

# বড়ো চুটি গল্প সংকলন

সংকলক
ধৰণীধৰ ওৱাৰী




অসম সাহিত্য সভা

BARO CHUTIGALPA SANKALAN : *A Collection of Bado Chutigalpa translated to Assamese by Dharanidhar Owary and Published by Satish Ch. Choudhary, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001*
*Price Rs. 15.00*

বড়ো চুটিগল্প সংকলন

সংকলক সম্পাদক
শ্ৰীধৰণীধৰ ওৱাৰী





প্ৰকাশক :
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

মূল্য : ১৫·০০ টকা মাত্ৰ

প্ৰচ্ছদ :
ৰমেন্দ্ৰ নাৰায়ণ গোৱাদ্দাৰ



মুদ্ৰণ :
প্ৰবাহিকা প্ৰিন্টাৰ্চ
কালিপুৰ,
গুৱাহাটী-৭৮১০০৯



# প্ৰধান সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই ১৯৮৯-৯০ বৰ্ষত তেতিয়াৰ সভাপতি মাননীয় শ্ৰীযুত মহিম বৰাৰ পৰামৰ্শ অনুসৰি বড়ো আৰু মণিপুৰী চুটিগল্পৰ অসমীয়া অনুবাদৰ সংকলন দুটি প্ৰকাশ কৰাৰ বাবে পৰামৰ্শ আগবঢ়াইছিল। সভাৰ উক্ত বৰ্ষৰ প্ৰকাশন সমিতি আৰু কাৰ্যনিৰ্বাহক সভাই উক্ত আঁচনিত অনুমোদন জনোৱাৰ পিছত বড়ো চুটি গল্পৰ সংকলনটি প্ৰস্তুত কৰি দিয়াৰ বাবে বড়ো ভাষা-সাহিত্যৰ এগৰাকী বিশিষ্ট লেখক তথা বড়ো সাহিত্য সভাৰ সেইসময়ৰ পত্ৰিকা সম্পাদক শ্ৰীযুত ধৰণীধৰ ওৱাৰীদেৱক অনুৰোধ জনোৱা হয়। সভাৰ অনুৰোধ ৰক্ষা কৰি শ্ৰীযুত ওৱাৰীদেৱে অশেষ কষ্ট স্বীকাৰ কৰি বড়ো চুটিগল্প সংকলন এই নামেৰে বড়ো গল্পৰ সংকলনটি প্ৰস্তুত কৰি সভালৈ সহযোগ আগবঢ়ায়। সংকলনটি প্ৰকাশৰ বাবে ১৯৮৯-৯০ বৰ্ষত সভাৰ ফালৰপৰা চেষ্টা কৰা হয় যদিও কিছু সংখ্যক গল্প যথা সময়ত হাতত নপৰা বাবে সংকলক সম্পাদক শ্ৰীযুত ওৱাৰীৰ পৰামৰ্শক্ৰমে সংকলনটি প্ৰকাশ কৰিব পৰা নহ'ল। সভাৰ ১৯৯০-৯১ বৰ্ষৰ প্ৰকাশন সমিতিয়ে চুটি গল্পৰ সংকলনটি প্ৰকাশত অগ্ৰাধিকাৰ দিয়াত আৰু শ্ৰীযুত ওৱাৰীৰ সহযোগ পোৱাত সংকলনটি প্ৰকাশ কৰিবলৈ পাই আমি অতিশয় আনন্দিত হৈছোঁ। এইক্ষেত্ৰত বিভিন্ন পৰামৰ্শ আগবঢ়োৱা বাবে সভাৰ মাননীয় সভাপতি শ্ৰীযুত নৱকান্ত বৰুৱাৰ ওচৰত আমি চিৰ কৃতজ্ঞ। সংকলনটি প্ৰকাশৰ বিভিন্ন দিশত সহযোগ আগবঢ়োৱা বাবে সভাৰ তিনিওগৰাকী সহকাৰী সম্পাদক ( সৰ্বশ্ৰী ) মুকুল হাজৰিকা, প্ৰমোদ কাকতি, শৈলেন দাস আৰু আঁৰত থকা সকলোলৈকে ধন্যবাদ জনালোঁ। যাৰ অপৰিসীম চেষ্টা আৰু সহযোগৰ বাবে সংকলনটি সভাৰদ্বাৰা প্ৰকাশ কৰিব পৰা হ'ল অৰ্থাৎ সংকলনটিৰ

সংকলক সম্পাদক শ্ৰীযুত ধৰণীধৰ ওৱাৰীলৈ সভাৰহকে গভীৰ কৃতজ্ঞতা জনালোঁ। সভাৰ উপ সভাপতি তথা বিশিষ্ট কবি সাহিত্যিক শ্ৰীযুত ৰাম গগৈদেৱে গ্ৰন্থ পুনৰীক্ষণ কৰি দিছে। এই চেগতে তেওঁলৈ আমাৰ শ্ৰদ্ধা থাকিল। বেটুপাতৰ শিল্পী শ্ৰীৰমেন্দ্ৰ নাৰায়ণ জোৱাদাৰৰ লগতে গ্ৰন্থখনিৰ মুদ্ৰণত সহযোগ আগবঢ়োৱা বাবে প্ৰবাহিকা প্ৰিন্টাৰ্চৰ স্বত্বাধিকাৰ প্ৰমুখ্যে কৰ্মীবৃন্দলৈ শলাগ যাচিলোঁ। সভাৰ অন্যান্য প্ৰকাশনৰ দৰে প্ৰস্তুত সংকলনটিয়ে সহৃদয় পঢ়ুৱৈ ৰাইজৰ সমাদৰ পালে সভাই আগলৈ এনে ধৰণৰ আঁচনি ল'বলৈ মনোবল পাব বুলি আমি গভীৰভাৱে অনুভৱ কৰিলোঁ। প্ৰকাশযোগ্য যে মণিপুৰী চুটি গল্প সংকলনটিও প্ৰকাশৰ বাবে সভাই ইতিমধ্যে সিদ্ধান্ত গ্ৰহণ কৰি থৈছে আৰু সংকলন আৰু সম্পাদনাৰ দায়িত্ব মনিপুৰী সাহিত্য পৰিষদৰ নিষ্ঠাবান কৰ্মী শ্ৰীযুত কাৰাম ইবুংহল ডাঙৰীয়াক দিয়া হৈছে।

পুথিছখনে অসমৰ সমন্বয় আৰু সম্প্ৰীতিত কিঞ্চিত মানো ইন্ধন যোগালে আমাৰ পৰিশ্ৰম আৰু প্ৰচেষ্টা সাৰ্থক হ'ব।

॥ চিৰ চেনেহী মোৰ ভাষা জননী ॥

২৮ ফেব্ৰুৱাৰী, ১৯৯১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট- ৭৮৫০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## সংকলক সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাৰ প্ৰস্তাৱ মৰ্মে কেইটিমান বড়ো চুটি গল্পৰ অসমীয়া অনূদিত সংকলন এটি উলিয়াই দিয়াৰ দায়িত্ব ললোঁহে হয়, কিন্তু দায়িত্বটো যে নিয়াৰিকৈ পালন কৰিব নোৱাৰিলোঁ। সংকলনটিৰ ভিতৰ চ'ৰাত সোমালেই পাঠক ৰাইজে নিশ্চয় গম পাব। প্ৰকাশযোগ্য যে সদৌ বড়ো ছাত্ৰসন্থা ( উ ) ৰ সাম্প্ৰতিক আন্দোলনৰ পৰিপ্ৰেক্ষিতত আন্দোলন জৰ্জৰিত ও ক্ষতিগ্ৰস্ত বড়ো অধ্যুষিত বিভিন্ন এলেকাৰপৰা প্ৰয়োজনীয় গল্প পুথি, বাৰ্তালোচনী আদি সংগ্ৰহ কৰাৰ অনুকুল পৰিবেশ নোহোৱাত আৰু হাতত তেনেই তাকৰীয়া সময় পোৱাত সংকলন আৰু অনুবাদৰ কামত বিশেষ মনোযোগ দিব পৰা নগ'ল। কোৱা বাহুল্য যে বড়ো গল্পবোৰ একেবাৰতেই অনুবাদ কৰি যোৱা হৈছে, দ্বিতীয়বাৰ চকু ফুৰাবৰ সময় হৈ নুঠিল। গতিকে অ'ত ত'ত ভাষাৰ বিজুতি, বানানৰ ত্ৰুটি আৰু শব্দ প্ৰয়োগৰ ক্ষেত্ৰত অসাৱধানতা আদি অনেক ত্ৰুটিপূৰ্ণ দিশ ধৰা পৰাটো অস্বাভাৱিক নহ'ব। আশাকৰোঁ বড়ো চুটি গল্পৰ সদাশয় লিখকসকলে নিজ নিজ অনূদিত গল্পৰ ক্ষেত্ৰত পোৱা ত্ৰুটি বিচ্যুতিবোৰ সংকলকৰ ব্যক্তিগ অসুবিধাৰ কথা চিন্তা কৰি ক্ষমা কৰিব, লগতে পাঠক ৰাইজে সহানুভূতিৰ দৃষ্টিৰে চাব।

প্ৰত্যেক ভাষাৰে নিজস্ব স্বকীয়া বৈশিষ্ট্য আছে। সেয়েহে এটা ভাষাৰপৰা অইন এটি ভাষালৈ অনুবাদ কৰাৰ ক্ষেত্ৰত যথেষ্ট সাৱধানতা অৱলম্বন কৰিব লগা হয়। অভিজ্ঞ প্ৰত্যেক অনুবাদকেই হয়তো এই জটিলতাৰ কথা স্বীকাৰ কৰিব।

অনুবাদৰ কথাটো সহজ নহয়। যিহেতু প্ৰত্যেক ভাষাৰে নিজস্ব বৈশিষ্ট্য আছে, সেই হেতুকে এটা ভাষাৰপৰা আন এটা ভাষালৈ অনুবাদ কৰাৰ ক্ষেত্ৰত মূল ভাষাটোৰ বৈয়াকৰণিক বৈশিষ্ট্য, ভাব আ

ভাষাৰ সাৱলীলতা, শব্দ প্ৰয়োগ, বাক্যৰ গাঁথনি আদি অনূদিত ভাষাৰ তথাকথিত বৈশিষ্ট্যৰ লগত ৰজিতা খুওৱাকৈ নিখুঁতভাৱে অনুবাদ কৰি উলিওৱাটো এটি দুৰূহ কাম বুলিয়েই ক'ব লাগিব। গতিকে কেতিয়াবা শব্দভিত্তিক অনুবাদ নকৰি বাক্যৰহে ভাবানুবাদ কৰিব লগা হয়।

বড়ো ভাষাটো তিব্বত-বৰ্মীয় ভাষা গোষ্ঠীৰ এটি অনাৰ্যমূলীয় ভাষা। বড়ো ভাষাটো আৰ্যমূলীয় ভাষা গোষ্ঠীৰ সম্পূৰ্ণ পৃথক অনাৰ্যমূলীয় ভাষাগোষ্ঠীৰ যদিও ভাৰতীয় আৰ্যভাষাৰ লগত হাজাৰ হাজাৰ বছৰ ধৰি সহাৱস্থান আৰু পৰস্পৰ সংশ্ৰৱত থকাৰ হেতুকেই আৰ্য-অনাৰ্য দুয়োটি ভাষাৰ মাজত পাৰস্পৰিক সু-সম্বন্ধ গঢ়ি উঠিছে। বিশেষকৈ উত্তৰ-পূৱ ভাৰতৰ অসমীয়া ভাষাৰ লগত বড়ো ভাষাৰ বৈয়াকৰণিক বৈশিষ্ট্যৰ কিছু সামঞ্জস্যতা লক্ষ্য কৰা যায়। সেই কাৰণেই আক্ষৰিক অৰ্থবাহক শব্দ প্ৰয়োগৰ ব্যতিৰেকে বাক্য গঠন প্ৰণালীৰ ক্ষেত্ৰত বড়ো ভাষাৰপৰা অসমীয়ালৈ বা অসমীয়া ভাষাৰপৰা বড়ো ভাষালৈ অনুবাদ কৰাত বিশেষ অসুবিধাৰ সৃষ্টি নহয়। অৱশ্যে সময় আৰু সাৱধানতাৰো প্ৰয়োজন হয়।

সংকলনটিত সংযোজিত গল্পসমূহৰ নিৰ্বাচনৰ ক্ষেত্ৰত কেইটিমান দিশৰ ওপৰত গুৰুত্ব আৰোপ অৱশ্যেই কৰিবলগীয়া আছিল। বিশেষকৈ বড়ো গল্প-সাহিত্যৰ যুগ নিৰ্ণয়, দ্বিতীয়তে গল্প লিখক আৰু লিখিকা-সকলৰ বক্তব্যৰ সুৰ আৰু উদ্দেশ্য ধৰ্মীয়তাৰ পাৰ্থক্য, তৃতীয়তে বিষয়বস্তু উপস্থাপনৰ যুগানুপাতিক চাহিদা, গল্পবোৰৰ ৰচনা-ৰীতি, কৌশল আদি দিশবোৰৰ প্ৰতি প্ৰবল ইচ্ছা থকা স্বত্বেও গল্পবোৰ দীঘলীয়া সময়ৰ ব্যৱধানত আগ-পিচাকৈ পোৱাৰ হেতুকে বিশেষভাৱে গুৰুত্ব দিব পৰা নগ'ল। তথাপি আশা কৰিছোঁ সংকলনটিত সংযোজিত গল্পসমূহৰ মাজেৰেই বড়ো চুটিগল্পৰ সাম্প্ৰতিক ধাৰা আৰু সিবোৰৰ মানদণ্ডৰ কিঞ্চিৎ আভাস এটি পোৱা যাব।

বড়ো চুটি গল্পৰ বয়স তেনেই চালুকীয়া। ক'বলৈ গ'লে বড়ো গল্প সাহিত্যৰ সূচনা হয় মাথো সৌ সিদিনাৰ 'অলংবাৰ' (ধ্ৰুৱতৰা)



যুগত। 'অলংবাৰ' আছিল স্বনামধন্য বড়ো ওজা-সাহিত্যিক শ্ৰীযুত প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম ডাঙৰীয়াৰ সম্পাদনাত ইং ১৯৩৮ চনত ওলোৱা এখনি বড়ো আলোচনা। ইয়াৰ পূৰ্বে অৱশ্যে ইং ১৯২৪ চনত 'ধুবুৰী বড়ো ছাত্ৰ সম্মিলনী'ৰ উদ্যোগত প্ৰৱীন সাহিত্যিক ৺সতীশ চন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত 'বিবাৰ' (ফুল) নামৰ আলোচনীখন প্ৰকাশ পাইছিল। প্ৰসংগক্ৰমে উল্লেখনীয় যে বড়ো সাহিত্যত প্ৰধান চাৰিটা যুগ চিহ্নিত কৰা হয়। ইং ১৯২৪ চনৰ আগলৈকে খৃষ্টান মিচনেৰী যুগ, ১৯২৪ ৰ পৰা ১৯৩৮ লৈ 'বিবাৰ' যুগ, ১৯৩৮ ৰ পৰা ১৯৫২ ইং চনলৈ 'অলংবাৰ' যুগ আৰু ১৯৫২ ইংৰ পৰা বৰ্তমানলৈ আধুনিক বড়ো সাহিত্যৰ যুগ। সাধাৰণতে বিবাৰ যুগত সাধুকথা বা গল্পজাতীয় দুই-এটি গল্প প্ৰকাশ পাইছিল যদিও সেইবোৰ গল্পত চুটিগল্পৰ বৈশিষ্ট্য আৰু সাহিত্যৰ গুণগত মানদণ্ড অটুট নাছিল বুলিয়েই কোৱা হয়। অত এব অলংবাৰ যুগতে ইং ১৯৪১ চনত 'অলংবাৰ'ৰ সম্পাদক শ্ৰীযুত প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম দেৱৰ সম্পাদনাতে ওলোৱা 'হাথৰ্খি-হালা' (তাৰকামণ্ডলী) নামৰ আন এখন আলোচনীত প্ৰকাশিত ৺ঈশান মুছাহাৰীৰ 'আবাৰী' নামৰ গল্পটোকে সৰ্বপ্ৰথম বড়ো চুটিগল্প বুলি অভিহিত কৰা হয়। ক'বলৈ গ'লে 'অলংবাৰ' যুগত ৺ঈশান মুছাহাৰীৰ সমসাময়িক কোনো গল্প লিখকৰ সন্ধান পোৱা নাযায়। ইং ১৯৩৮ চনৰপৰা ইং ১৯৫২ চনলৈকে সুদীৰ্ঘ ষোল্লটি বছৰৰ ভিতৰত নায়ক (১৯৪১), হাথখি হালা (তাৰকা-মণ্ডলী, ১৯৪২), 'জেনথকা' (জেতুকা), আখাফাৰ (চন্দ্ৰমা, ১৯৬১) আদি দুই এখনি আলোচনী চেগা চৰকাকৈ প্ৰকাশ পাইছিল যদিও হাথৰ্খি-হালা'ত ওলোৱা ৺ঈশান মুছাহাৰীৰ 'আবাৰী' নামৰ গল্পটোকে একমাত্ৰ চুটিগল্প হিচাপে আখ্যা দিয়া হৈছে।

ইং ১৯৫২ চনৰ ১৬ নবেম্বৰত বড়ো সাহিত্য সভাই আনুষ্ঠানিকভাৱে জন্ম লাভ কৰে আৰু বড়ো সাহিত্য সভাৰ মুখপত্ৰ 'বড়ো' প্ৰকাশিত হয় ৺সতীশ চন্দ্ৰ বসুমতাৰীদেৱৰ সম্পাদনাত ইং ১ ৫৫ চনত। উক্ত 'বড়ো' আলোচনীত অৱশ্যে উচ্চমান বিশিষ্ট কেইটিমান

চুটিগল্প প্ৰকাশ পাবলৈ লয়।

দৰাচলতে বড়ো গল্প সাহিত্যই বিকাশ আৰু প্ৰসাৰতা লাভ কৰে বিদ্যালয়ত বড়ো ভাষাক মাধ্যম হিচাপে প্ৰৱৰ্তন কৰিবলৈ চলোৱা আন্দোলনৰ পৰৱৰ্তী কালছোৱাত। অৱশ্যে ইং ১৯৬৭ চনত "অসমৰ ভৈয়াম জনজাতি পৰিষদ" নামৰ স্বকীয়া ৰাজনৈতিক গোট এটি গঠিত হোৱাত পৰিষদে ভৈয়াম জনজাতিসকলৰ কাৰণে সাংবিধানিকভাৱে স্বকীয়া ৰাজনৈতিক অধিকাৰৰ দাবীত চলোৱা আন্দোলনেও বড়ো গল্প লিখকসকলৰ লিখনিত ৰাজনৈতিক পটভূমিৰ ইন্ধন যোগালে। অলংবাৰোত্তৰ উক্ত কালছোৱাত প্ৰকাশিত গল্পবোৰত ৰাজনৈতিক আৰু আৰ্থসামাজিক চেতনাবোধৰ উমান পোৱা যায়।

ইং ১৯৬৮ চনত বড়ো ভাষাই প্ৰাথমিক বিদ্যালয়ৰ মাধ্যম হিচাপে স্বীকৃতি পোৱাৰ পাছত বড়ো ভাষা-সাহিত্যই স্বকীয়া ৰূপ ধাৰণ কৰে। বড়ো লিখক-লিখিকাসকলৰ লিখনিত পৰিস্ফুট হয় জাতি আৰু ভাষা-সাহিত্য তথা সংস্কৃতি পুনৰজীৱিত কৰাৰ দুৰ্ণিবাৰ প্ৰৱণতা, অহোপুৰুষাৰ্থ প্ৰচেষ্টা।

বড়ো গল্প সাহিত্যত আৰু আন এটি অধ্যায় সন্নিবিষ্ট হয় ইং ১৯৭৪ চনৰপৰা। ইং ১৯৭৪ চনত বড়ো ভাষাৰ বাবে ৰোমান লিপিৰ দাবীত কৰা আন্দোলনৰ ঢৌৱে বড়ো গল্পকাৰসকলৰ লিখনিকো বিঢৌত কৰিলে। কিয়নো এই আন্দোলনে বড়ো মধ্যবিত্ত শ্ৰেণীৰ-পৰা আৰম্ভ কৰি গাঁৱে ভুঁঞে সৰ্বসাধাৰণ ৰাইজৰ মাজলৈকে সকলোৰে হৃদয় স্পৰ্শ কৰি গৈছিল। অকল ১৮ জনকৈ বড়ো যুৱকৰ শ্বহীদ হোৱাই নহয়, এই আন্দোলনে বড়ো জাতিৰ আৰ্থ-সামাজিক সাংস্কৃতিক সকলো দিশৰে মূল ভেঁটিটোকে এবাৰ জোকাৰি দিলে। উক্ত কালছোৱাত নবীন প্ৰবীন অনেক গল্প লিখকৰ প্ৰকাশিত গল্পসমূহত লিপি আন্দোলনৰ ফলশ্ৰুতি হিচাপে চৰকাৰ আৰু পুলিচী নিৰ্যাতনৰ লগতে আৰ্থ-সামাজিক ক্ষেত্ৰত সংঘাতময় জীৱন-যাপনৰ ইংগিত প্ৰতিফলিত হৈছে।

আধুনিক বড়ো সাহিত্যৰ যুগত অৰ্থাৎ ১৯৫২ ইং চনৰ পিছৰ



কালছোৱাতে বড়ো ভাষাৰ বাবে ৰোমান লিপিৰ দাবীত চলোৱা আন্দোলনৰ পূৰ্বৰেপৰাই কিন্তু কেইখনমান প্ৰকাশিত আলোচনীয়ে জনচেৰেক বড়ো গল্প লিখকক বড়ো সাহিত্য জগতত প্ৰতিষ্ঠিত কৰে। ইং ১৯৭০ চনত শ্ৰীযুত সমৰব্ৰহ্ম চৌধুৰীৰ সম্পাদনাত প্ৰকাশিত হয় 'বৈৰাথী'। উক্ত আলোচনীতে নীলকমল ব্ৰহ্মৰ 'বেহেৰ' (চাকৰণী), 'গৌসীনি মহৰ : মেগননি আখল' (হিয়াৰ স্বৰূপ : চকুৰ নজৰ), হৰেশ্বৰ বসুমতাৰীৰ 'গৌৰীৱনায়' (মিলন) আদি গল্পবোৰ প্ৰকাশ পায়। উক্ত কালছোৱাতে কোকৰাঝাৰ কলেজৰ বড়ো ছাত্ৰসকলে প্ৰকাশ কৰা 'অনজিমা' (সংখ্যা) নামৰ আলোচনীয়ে অনেক গল্প লিখকৰ প্ৰতিভা বিকশিত কৰাত সহায় কৰে।

বড়ো চুটিগল্পৰ প্ৰকাশিত পুথিৰ সংখ্যা আজিলৈকে অৱশ্যে আঙুলিৰ মূৰত লেখিব পৰাতে আছে; সেইবোৰৰ ভিতৰত চিত্তৰঞ্জন মছাহাৰীৰ 'ফৈমাল মিজিঙ্ক' (ব্যৰ্থ হাবিয়াস, ১৯৭০), তালিম (১৯৭৪), নীলকমল ব্ৰহ্মৰ 'হাগ্ৰা গুছুনি মৈ' (গভীৰ অৰণ্যৰ হৰিণ, ১৯৭২), 'শিলিংখাৰ, (ধ্বংস, ১৯৮৪), 'ছিৰিনায় মান্দাৰ' (তলসৰা মদাৰ, ১৯৮৫), ছাথন্দ্ৰা (সোপাধৰা); অধ্যক্ষ মনোৰঞ্জন লাহৰীৰ 'ছলো বিদাং' (গল্পমালা, ১৯৭৮), ছলোনি ছলো (গল্পৰ গল্প, ১৯৮৫), শ্ৰীধৰণীধৰ ওৱাৰীৰ 'গান্দু ছিংনি লাইজাম গাংচে' (গাৰুৰ তলৰ এখনি চিঠি ১৯৭৯), সতীশ বসুমতাৰী আৰু নৰেন্দ্ৰলাল বড়োৰ যুটীয়া সংকলনত ওলোৱা 'তুখুনি দেখ্খী' (তুখৰ বিননি, ১৯৮০), হালোৱা দল অজলা সংঘৰ 'আজোলা' (অজলা, ১৯৮০), হৰিভূষণ ব্ৰহ্মৰ 'শ্ৰীমতী তুল্লাই' (১৯৮১) ৰীণাও ফাগ্ৰা, সতীশ ৰামচিয়াৰীৰ 'বাৰখৌমানায় বিবাৰ' (গোপনে ফুলা ফুল ১৯৮৫), নন্দেশ্বৰ দৈমাৰীৰ 'থাংনায়নি দাওহা' (জীৱন সংগ্ৰাম, ১৯৮৫), বানেশ্বৰ বসুমতাৰীৰ 'অন্নায়' (মৰম, ১৯৮৫), কাতিন্দ্ৰ স্বৰ্গীয়াৰীৰ সম্পাদনাত ওলোৱা 'ৰাজালামা' (ৰাজআলি, ১৯৮৬) আদিয়েই প্ৰধানকৈ উল্লেখযোগ্য। প্ৰকাশিত গল্প-পুথিবোৰৰ উপৰিও অৱশ্যে সময়ে সময়ে প্ৰকাশ পোৱা পৰ্বত জোৱাৰ ট্ৰাইবেল ছাত্ৰ

সন্থাৰ 'অৰংগি লাইজাম' ( অৰণ্যৰ চিঠি ) আলোচনী ; কোকৰাঝাৰ জিলা বড়ো সাহিত্য সভাৰ মুখপত্ৰ 'বাৰ-দৈ ছিখলা' (বৰ-দৈ-চিলা), ধুবুৰী জিলা ট্ৰাইবেল সংঘৰ স্মৃতিগ্ৰন্থ 'জনজাতি,' মানৱ ৰামছিয়াৰী সম্পাদিত অনাক (মৰমিয়াল), দেবেন বড়ো সম্পাদিত গোদান থুনলাই (আধুনিক সাহিত্য) আৰু ঠিক তেনেকৈ বিভিন্ন ঠাইৰ পৰা প্ৰকাশ পোৱা 'গোদান থান্দৈ' ( নতুন প্ৰতিনিধি ), গুমুৰ ( গোপনীয়তাৰ প্ৰকাশ ), আৰাই ( টঙালি বান্ধোন প্ৰস্তুতি, ) মুছুখা ( প্ৰতিমূৰ্ত্তি ), সৌৰজি (সৃষ্টি), বৰকপাটি ( বৰপেটা ), মানাসৌ (মানাহ), ছাখ্ৰি (চালনী), দখনা জোগৌৰ, মাইদাংশ্ৰী (লখিমী), ছংগালী (চোৰাংচোৱা), আদি অনেক সাহিত্য সাংস্কৃতিক সংগঠন সমূহৰ মুখপত্ৰ তথা বাৰ্ত্তালোচনী আদিয়েও নবীন প্ৰবীন গল্প লিখকৰ প্ৰতিভা বিকাশ লাভ কৰাত সহায় কৰে। তদুপৰি নীলকমল ব্ৰহ্ম সম্পাদিত 'চলোনি ফুংখা' (গল্পৰ উইঁ) আৰু বীৰেশ্বৰ বসুমতাৰী সম্পাদিত সানশ্ৰী ( চিন্তাধাৰা ) আদি সংকলিত গল্প পুথি সমূহেও বড়ো চুটি গল্পলৈ যথেষ্ট বৰঙণি আগবঢ়ায়। মুঠতে আধুনিক বড়ো সাহিত্যৰ যুগতেই মনোৰঞ্জন লাহৰী, জগদীশ ব্ৰহ্ম, নীলকমল ব্ৰহ্ম, হৰিভূষণ ব্ৰহ্ম, দানীৰাম বসুমতাৰী, বিনয় কুমাৰ ব্ৰহ্ম, হেৰেম্ব নাৰ্জাৰী, ৰণজিৎ বৰগয়াৰী, বন্ধুৰাম বসুমতাৰী, হৰেশ্বৰ বসুমতাৰী, প্ৰতিমা ৰাণী বসুমতাৰী, সিকেন ব্ৰহ্ম, লীলাৱতী ব্ৰহ্ম, প্ৰমিলা ব্ৰহ্ম আদি প্ৰধান গল্পকাৰৰ গল্পবোৰে বড়ো চুটি গল্পৰ ভেটি সুদৃঢ় কৰে। ইয়াৰ পিচৰ চাম গল্প লিখক সকলৰ ভিতৰত জনিল কুমাৰ ব্ৰহ্ম, মঙ্গলসিং হাজোৱাৰী, ধৰণী ওৱাৰী, ৰানেশ্বৰ বসুমতাৰী, কাতিন্দ্ৰ স্বৰ্গীয়াৰী, মনোজ কুমাৰ বসুমতাৰী, নৰেন্দ্ৰলাল বড়ো, দেবেন্দ্ৰ বড়ো, সম্বৰ ওৱাৰী, ঋজু ব্ৰহ্ম, ৰবিজিৎ ব্ৰহ্ম, অঞ্জু নাৰ্জাৰী, বন্ধুৰাম বড়ো আদিৰ নাম উল্লেখনীয়। উপজিয়েই বুঢ়া আঙুলি হোৱাৰ লেখিয়া ধুমকেতুৰ দৰে ভূমুকি মৰা উক্ত নবীন লিখকসকলৰ গল্পবোৰ কিন্তু তদানীন্তন সামাজিক জীৱনৰ মূল্যবোধৰ প্ৰতিচ্ছবি নিখুত ভাৱে প্ৰতিবিম্বিত হোৱা প্ৰামাণ্য দলিল স্বৰূপ বুলিব পাৰি। গল্পবোৰৰ পটভূমি, ৰচনা কৌশল বা টেকনিক,



শব্দৰ ব্যৱহাৰ আৰু ভাষাৰ সাৱলীলতাৰ যথোপযুক্ত অক্ষুণ্ণতালৈ চালে এপিনে গল্পৰ বৈশিষ্ট্যসমূহলৈ থকা সতৰ্কতাৰ উপৰিও আনপিনে বড়ো ভাষা সাহিত্যৰ মান উন্নত কৰাৰ দিশত লিখকসকলৰ আৱশ্যকীয় প্ৰচেষ্টা থকাৰ কথা স্পষ্টভাবে পৰিলক্ষিত হয়।

বড়ো ভাষা বৰ্তমান অকল মাধ্যমিক শিক্ষা পৰ্যায়ৰ মাধ্যমেই নহয়, বিশ্ববিদ্যালয়ৰ স্নাতক মহলালৈকে অন্যতম আধুনিক ভাৰতীয় ভাষা ( M. I. L ) হিচাপেও ই স্বীকৃত। আনকি গুৱাহাটী বিশ্ববিদ্যালয়ত বড়ো ভাষাৰ স্নাতকোত্তৰ বিভাগ এটিও খোলা হৈছে। এই পৰিপ্ৰেক্ষিতত বিগত দুই দশকৰ ভিতৰত অনেক উচ্চমান বিশিষ্ট গল্প প্ৰকাশিত হ'ল যিবোৰ গল্পৰ লিখক শ্ৰেণীটোৰ দুই এগৰাকীক বাদ দি অধিক সংখ্যকেই নতুন চামৰ কম বয়সীয়া লিখক বুলিব পাৰি। কম বয়সীয়া তেনে লিখকৰ গল্পবোৰৰ বিষয়বস্তু উপস্থাপনত, কাহিনী বৰ্ণনাৰ কলা-কুশলতাত আৰু চৰিত্ৰ অংকণত কিছু অসংযত আৰু অপৰিপক্কতা পৰিলক্ষিত হৈছে যদিও তেওঁ বিলাকৰ প্ৰচেষ্টা কিন্তু প্ৰশংসনীয়।

বড়ো সমাজৰ আৰ্থ-সামাজিক অৱস্থা এতিয়াও স্বচ্ছল আৰু উন্নত নহয়। আৰ্থিক অস্বচ্ছলতা, শিক্ষা দীক্ষাত অনগ্ৰসৰতা আৰু বিয়াগোম অন্ধ বিশ্বাসৰ প্ৰভাৱে বড়ো সমাজক অদ্যাপি পংগু কৰি ৰাখিছে। ইয়াৰ ভিতৰতে ৰাজনৈতিক নেতাৰ চতুৰালি, বুদ্ধিজীৱী শ্ৰেণীৰ উদাসীনতা আৰু দুই একৰ নিৰ্লিপ্ত ভূমিকাই বড়ো সকলক আৰু লাওলোৱা অৱস্থাত পেলাইছে। গল্পকাৰ নীলকমল ব্ৰহ্মই তেখেতৰ সৰহভাগ গল্পতে বড়ো বুদ্ধিজীৱীৰ স্বাৰ্থপৰ আৰু উদাসীন মানসিকতাৰ স্পষ্ট প্ৰতিচ্ছবি অঙ্কিত কৰিছে। 'বেহেৰ' ( চাকৰণী ), 'হাগ্ৰাগুত্থুনি মৈ' ( গভীৰ অৰণ্যৰ হৰিণ ), গোসোনি মহৰ : মেগনি আখল ( হিয়াৰ স্বৰূপ : চকুৰ নজৰ ), গামিনি সিমাং (গাঁৱৰ সপোন), বুথুৱা থুংগ্ৰী ( ভোটা তৰোৱাল ) আদি গল্পবোৰতেই শ্ৰীব্ৰহ্মৰ বক্তব্য পৰিস্ফুট হৈ উঠিছে। অধ্যাপক মনোৰঞ্জন লাহাৰীৰ 'ষ্ট্ৰাইক কাউন্টাৰ ষ্ট্ৰাইক, ধৰণী ওৱাৰীৰ 'আলাছী' ( আলহী ), 'ৰূম নাম্বাৰ ফাইভ,

দেবেন্দ্ৰ বড়োৰ 'ৰিপিয়াৰিং গাড়ী' আদি গল্পবোৰতো বুদ্ধিজীৱি শ্ৰেণীৰ স্বাৰ্থপৰতা আৰু কদৰ্য্যতাৰ ইঙ্গিত পোৱা যায়।

চাকৰ ৰোঁৱতী ৰখা দস্তুৰ বড়ো সমাজত এতিয়াও বিদ্যমান। আগৰ কালত চাকৰ ৰোঁৱতীক লৈ বড়ো সমাজত কোনো গৃহস্থৰ ঘৰত কোনো ধৰণৰ সমস্যা সংঘটিত নহৈছিল। আজিকালি কিন্তু বহিঃজগত আৰু আধুনিকতাৰ প্ৰভাৱত কিছুমান অসামাজিক সমস্যা তথা ঘটনা ঘটিবলৈ লৈছে। সেয়েহে কেতিয়াবা কেতিয়াবা কোনো কোনো গৃহস্থত চাকৰ-চাকৰণীৰ সৈতে গৃহস্থ চাকৰণীৰ মাজত বা গৃহস্থিণী চাকৰৰ সৈতে নহলে গৃহস্থৰ ল'ৰা বা ছোৱালীৰ সৈতে চাকৰ বা চাকৰণীৰ মাজত ঘটা প্ৰেম ভালপোৱাৰ ঘটনাই বড়ো সমাজত কিছুমান নাটকীয় পৰিবেশ ৰচনা কৰে। সেইবোৰ কিন্তু সামাজিক বিচাৰতে সমাধান কৰা হয়, আদালতত নাপায় গৈ। এনে চৰিত্ৰৰ প্ৰতিফলন ঘটিছে অধ্যাপক হৰিভূষণ ব্ৰহ্মৰ 'ৰৌনাও ফাগ্লানি জেথৌ খেওনায়', (ৰৌনাও পগলাৰ বিচাৰ) অধ্যক্ষ দানীৰাম বসুমতাৰীৰ 'দৈশ্ৰী ছিখলা' (দৈশ্ৰী গাভৰু), ৰশ্মি ৰেখা ব্ৰহ্মৰ "দখৰ্ছে জৗমৈনি মৗদৈ" (এচপৰা মেঘৰ চকুলো), প্ৰতিমা ৰাণী ব্ৰহ্মৰ "বন্থ ৰজং" (গজমূঢ়া), মৌখ্ৰেৱ মৌছেৱ মৌছাহাৰীৰ 'ছিবায়' (বেছেৱা), শুক্ৰাম ৰামছিয়াৰীৰ 'উনদাহা' (অনুতাপ) আদি গল্পবোৰত। ঠিক তেনেকৈয়েই টাউন চহৰত থাকি পঢ়া-শুনা কৰা ল'ৰা-ছোৱালী কিছুমানৰ স্বভাৱ চৰিত্ৰৰ পৰিবৰ্ত্তন, ধনী জোৱায়েক বিচাৰি ফুৰোতেই তুথীয়াৰ ল'ৰাক নেওচা দিয়া হেতু অৱশেষত মহাজনৰ ছোৱালীয়ে আত্মহত্যা কৰিবলগীয়াত পৰা (বিজেন্দ্ৰ ব্ৰহ্মৰ দাহা, অনুতাপ) ঘটনা, ধনী মানী আৰু মন্ত্ৰী, এম, এল, এৰ দৰে ডাঙৰ লোকৰ ছোৱালীয়ে তুথীয়া মাক-বাপেকৰ পুত্ৰৰ সৈতে বিবাহ পাশত আৱদ্ধ হৈ পাছলৈ নিজৰ মাক-বাপেকৰ পৰা যৌতুকত অনা ধন-দৌলত, সোণ-ৰূপৰ অলংকাৰ আৰু বিলাসী জীৱন যাপনক লৈ কৰা অহংকাৰৰ ফলস্বৰূপে সাংসাৰিক জীৱনত ঘটা বিশৃঙ্খলতাৰ ইঙ্গিত পোৱা যায় দেবেন্দ্ৰ বড়োৰ 'ৰিপিয়াৰিং গাড়ী' গল্পত। কিছুমানে



এম-এ, বি-এ পাছ কৰি বাৰে বঙলুৱা ডেকা বা গাভৰুৰ লগত বিবাহ-পাশত আৱদ্ধ হৈ নিজৰ সমাজখনক নেওচা দিয়াৰ দৰে দেৱজিৎ বসুমতাৰীৰ 'বিৰলাংনায় দাউ, (উৰি যোৱা পখী) আৰু নিজৰ জাতি তথা ভাষা সংস্কৃতিক হেয়প্ৰতিপন্ন কৰা নালেবৰ "বাজৈ দুৰ্লাই", (দুৰ্লাই নবৌ) আদি মনোভাবেও বড়ো চুটি গল্পত উপজীব্য বিষয়বস্তু হিচাপে ঠাই পাইছে।

সংকলনটিত সান্নিবিষ্ট হোৱা গল্পবোৰৰ বিষয়ে হয়তো পাঠক ৰাইজে নিজে নিজে বিচাৰ-বিবেচনা কৰিব। উল্লেখযোগ্য যে বড়ো চুটি গল্প ভঁৰাললৈ অৱদান যোগোৱা আৰু অনেক নতুন চাম গল্প লিখকৰ গল্প আছে। সেইবোৰৰ ভিতৰত শ্ৰীউদাসৰ 'ফাগ্লা' (পগলা), উৰ্থ ব্ৰহ্মৰ ফুংনি আবিৰ' (প্ৰভাতী ৰং), ৰাজেনৰ "বেহুলানি মৗদৈ" (বেহুলাৰ চকুলো), ৰবীন বসুমতাৰীৰ "বাজৈ সোনাশ্ৰী" (সোনাশ্ৰী নবৌ), অৰবিন্দ বড়োৰ "গাববৌনায় দৈ থুন" (স্মৃতি বিগলিত ঢৌ), অঞ্জুৰ "এয়াৰ মেইলনি ফাখ্ৰা-ছিখ্ৰা এনভেলপ" (এয়াৰ মেইলৰ ৰঙ-চঙীয়া খাম), মেলোচৰণ স্বৰ্গীয়াৰীৰ "মীৰা', জয়চন্দ্ৰ মছাহাৰীৰ 'সীমশ্ৰী', মনোজ বসুমতাৰীৰ মৌনসে সম ফৈদৗংমোন (সময় এটি আহিছিল), গলেন্দ্ৰ মৌছাহাৰীৰ 'ছেভিং বেঙ্ক হ'ল হোম', মহেশ বসুমতাৰীৰ "হই হই", কমল কাপুৰ নাৰ্জাৰীৰ 'দুনিয়া ক্যা জানে," অবিনাশ ব্ৰহ্মৰ "ডথৰছে জৗমৈ" (এচপৰা মেঘ), বীৰেণ সিং বসুমতাৰীৰ "বাজৈনি অন্নায়" (নবৌৰ মৰম), গঙ্গাধৰ ৰামছিয়াৰীৰ "গৗবাং সৗংলু" (অজস্ৰ প্ৰশ্ন), ৰজত ভূষণৰ 'লাভ লেটাৰ' জৗমাও নাৰ্জাৰীৰ "গৗসৗ ফাগ্লা" (পগলা মন) আদি গল্পবোৰে বড়ো চুটি গল্পৰ বৈশিষ্ট্য, সাম্প্ৰতিক ধাৰা সম্বন্ধে ধাৰণা দিয়াৰ লগতে বড়ো সমাজত চলা সামাজিক জীৱনৰ বিভিন্ন দিশৰ পৰিষ্কাৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ সক্ষম হৈছে।

যিয়ে নহওঁক কিয় এই সংকলনটিত পৰাপক্ষত চুটি চুটি গল্প বোৰকে সান্নিবিষ্ট কৰাত গুৰুত্ব দিয়া হৈছে।

অৰশ্যে প্ৰকাশ পোৱা সময়ৰ ক্ৰমানুসাৰে গল্পবোৰ যুগুতাই দিয়া হৈছিল যদিও 'প্ৰেছ কপি' কৰা সময়ত চাগে ওলট পালটকৈ ছপা হৈ ওলাল তাৰ বাবে সংকলক দুঃখিত। সংকলনটি যুগুতাই উলিওৱাৰ ক্ষেত্ৰত পোৱা অসম সাহিত্য সভাৰ লিখিত প্ৰস্তাৱৰ প্ৰতিলিপিৰ উপৰিও সভাৰ সাধাৰণ সম্পাদক মাননীয় শ্ৰীযুত সতীশ চন্দ্ৰ চৌধুৰী-দেৱৰ খেচ খেচনি আৰু পৰম শ্ৰদ্ধাভাজন সভাপতি শ্ৰীযুত মহিম বৰাদেৱৰ উদগনি মই কেতিয়াও পাহৰিব নোৱাৰো, এই কামত হাত দিবলৈ বৰপেটা জিলা সাহিত্য পৰিষদৰ প্ৰাক্তন সাধাৰণ সম্পাদক শ্ৰদ্ধেয় কৰুণা দত্তদেৱেও মোলৈ অনুপ্ৰেৰণা যোগাইছে, সেয়েহে তেখেতলৈও মোৰ কৃতজ্ঞতা থাকিল।

সদৌ শেষত অনুদিত গল্পৰ পাণ্ডুলিপি কেইটিমান কপি কৰি দিয়াৰ বাবে মোৰ মৰমৰ প্ৰাক্তন ছাত্ৰ শ্ৰীমান কমল উপাধ্যায়লৈ পুনৰ মৰম আৰু শুভেচ্ছা থাকিল।

ভাষা-সংস্কৃতিৰ পাৰস্পৰিক বিনিময় তথা বুজা বুজিৰ মাজেৰে অসমৰ বিভিন্ন খিলঞ্জীয়া ভাষা-ভাষী লোকৰ মাজত সদ্ভাৱ সম্প্ৰীতি আৰু সংহতি সমন্বয়ৰ মিলনৰ সেতু নিৰ্মাণ কৰিবলৈ পলমকৈ হ'লেও অসম সাহিত্য সভাই লোৱা প্ৰচেষ্টা সফল হওঁক এয়ে কামনা।

২৮ ফেব্ৰুৱাৰী
১৯৯১ চন

শ্ৰীধৰণীধৰ ওৱাৰী
সংকলক সম্পাদক

## সূচী

# বাংগ্ৰা

ধৰণীধৰ ওৱাৰী

কথাটো আজিহে নতুনকৈ চিন্তা কৰিবলগীয়া হৈছে, যিটো আগতে ভবাৰ অৱকাশ আমি পোৱা নাছিলো। মানুহেই হেনো সবাতোকৈ শ্ৰেষ্ঠ জীৱ, যিটোক লৈ মানুহে আন সকলোৱে কথা পাহৰি সদায় গৌৰৱ কৰে।

যোৱা কালিৰ ঘটনাই অন্ততঃ আমাক নাইবা আমাৰ ঘৰখনক সেই শিক্ষাকেই দি গ'ল।

আজি মনত পৰে। নগৰ নাইবা চহৰত যাক 'টম' অথবা 'বুলু' বুলি মাতিলেহেঁতেন তাক আমাৰ ঘৰখনত 'বাংগ্ৰা' বুলিহে মাতিবলৈ ল'লে। বেছি বেছিকৈ খোৱা হেতুকেই 'বাংগ্ৰা' বোলা হ'ল নেকি ক'ব নোৱাৰিলোঁ। অৱশ্যে 'বাংগ্ৰা' নামৰ পৰিৱৰ্তে 'টম' নাইবা 'বুলু' হোৱাটো অস্বাভাৱিক নহয়। আমাৰ বড়োবিলাকৰ নিচেই আপোন বিহুগীত আৰু বিহু নাচৰ পৰিবৰ্তে হিন্দী তুৱেট আৰু বলডেন্সে ঠাই পালে যেতিয়া 'বাংগ্ৰাৰ' পৰিবৰ্তে 'টম' নাইবা 'বুলু' নথবই বা কিয়? এনেইবা মাদল, বাঁহী, সাৰংগৰ ঠাইত পশ্চিমীয়া বাদ্য-যন্ত্ৰবোৰে ঠাই পাইছে। মন্দিৰৰ দুৰ্গা, লক্ষ্মী, মহাদেৱ, মহিষাসুৰহঁতেই টেৰিলিন, টেৰিকটন আৰু জীনৰ পোছাক-পাতি পিন্ধিবলৈ পালে।

...... বাংগ্ৰা নামটোৱে তাৰ কাৰণে উপযুক্ত হৈছে। বেচেৰাক মাতাৰ লগে লগেই "কি কৰিব লাগে?" এনে এক প্ৰশ্নৰে সাজু হৈছিলহি।

এই পৃথিৱীত কিন্তু বাংগ্ৰা অকলশৰীয়া আছিল। সংসাৰত তাৰ নিজৰ বুলিবলৈ কোনোবা আছিল নে নাছিল তাক কোনেও নাজানিছিল।

কিন্তু মাক বাপেকৰপৰা যে সৰুতেই তাক বেলেগ কৰি অনা হৈছিল সেইকথা আমাৰ ঘৰখনৰ আটাইয়ে জানে। আনিছিল আমাৰ প্ৰথম পুত্ৰ মেব্লাই। মাকৰ লগত মোমায়েকহঁতৰ তালৈ আলহী খাবলৈ গৈ কাৰোবাৰপৰা লগত অনা হৈছিল। সেইটো আছিল সৰুকালৰ কথা।

আমাৰ ঘৰলৈ আহি বাংগ্ৰাই এটা স্থান অধিকাৰ কৰি ল'লে। ঘৰৰ পদূলি মুখৰপৰা বাৰীৰ পিছপিনলৈ— বেছ, এয়াই সীমা। এই খিনিৰ ভিতৰতেই বাংগ্ৰাৰ লহ্‌পহীয়া জীৱনটো ডাঙৰ দীঘল হ'বলৈ ল'লে আৰু জীৱন মৰণ সংগ্ৰামৰ সৈতেমুখা-মুখি হ'ব লগাত পৰিল।

ইমানদিন একেলগে থকাৰ পিছতো বাংগ্ৰা যেন আমাৰ কোনো নাছিল। হাজাৰ হ'লেও সি এটা কুকুৰহে। মেব্লাই বাংগ্ৰাক এদিন আমাৰ ঘৰলৈ লৈ আহিছিল। কথা ইমানেই। কিন্তু ক্ৰমান্বয়ে সি যেন অজ্ঞানিতে আমাৰ নিচেই আপোন হৈ পৰিছিল। মেব্লাতকৈ পাঁচ বছৰ মান বয়সত সৰু বাংগ্ৰাই যোৱা কালিলৈকে আমাৰ ভাল বেয়া অথবা সুখ-দুখৰ অংশীদাৰ আছিল।

মেব্লা ক্ৰমান্বয়ে ডাঙৰ হৈ আহিবলৈ ল'লে। বাংগ্ৰাইও। আমাৰ মৰম-চেনেহ, গালি-শপনি, আদৰ-অধ্যায়ন সেই আটাইবোৰকে মেব্লাই বুজিব পৰা হ'ল। বাংগ্ৰাইও। এইবোৰ বুজি পালেও কিন্তু মেব্লাৰ আছে খং, ঠেহ, অভিমান। বাংগ্ৰাৰো থাকিব লাগিছিল। কিন্তু মেব্লাৰ কপাল একে নহয়।

মেব্লাৰ প্ৰিয় বন্ধু হিচাপে বাংগ্ৰাকো আমি সমানে মৰম কৰিব লাগিছিল। কিন্তু সি জানো তেনেদৰে মৰম পাইছিল? মেব্লা পঢ়াশালীলৈ যায়। তাক পঠোৱা হৈছিল শিকি বুজি ডাঙৰ হওঁক বুলি। মেব্লাই পঢ়াশালীলৈ যোৱাৰ সময়ত বাংগ্ৰাই নঙলা মুখলৈকে আগবঢ়াই দিছিল। তাৰপৰাই মেব্লাক দেখা পোৱা দূৰত্বলৈকে অপলকনেত্ৰে বাংগ্ৰাই চাই পঠিয়াইছিল। বাংগ্ৰাৰ কাৰণে কিন্তু পঢ়াশালীত স্থান নাই। আমাৰ ঘৰখনেই হ'ল তাৰ পঢ়াশালী। আমাৰ আচাৰ-ব্যৱহাৰ, স্বভাৱ-চৰিত্ৰ, খুওৱা-ধুওৱা, পিন্ধন-উৰণ, হাঁহি-তামাচা, শোক-তাপৰ দৃশ্য আদি আটাইকে বাংগ্ৰাই মনে মনে শিকি লৈছিল। মেব্লাই যেনেকৈ শিক্ষক পায়, তেনেকৈ বাংগ্ৰাইও পায় আমাৰ দৰে শিক্ষকক— মোক, মোৰ স্ত্ৰী, ভাই-ককাই, আত্মীয়-কুটুম্ব সকলোকে। মেব্লাই শিকে চাৰিবেৰৰ মাজত আৰু বাংগ্ৰাই শিকে প্ৰকৃতিৰ বহল বুকুত।



মেব্লাই শিকে ক'লা আখৰ। পঢ়াশালীত। যিবোৰ ক'লা আখৰৰ জেঁাটনিৰে হয়তো এদিন মনৰ কথা প্ৰকাশ কৰিব, লিখিবলগীয়া কথাবোৰকো লিখিব, ক'বলগীয়াকো নক'ব, প্ৰয়োজন হ'লে কূট-কৌশলেৰে কাৰোবাক বিপদতো পেলাব।

বাংগ্ৰাই ক'লা আখৰবোৰ নিশিকে। আখৰ জেঁাটনিও নাজানে। কিন্তু বাংগ্ৰাই তাৰ চকুৰে, বিবেকেৰে শিকে ঘৰখনৰ মানুহৰ চাল-চলন, বিশ্বাস-অবিশ্বাস, প্ৰেম-ঘৃণা, ঠগ-প্ৰৱঞ্চনা আদি কৌশলবোৰ। আঁৰে আঁৰে। মনে মনে।

মেব্লা এদিন শিক্ষিত হৈ আহিব। তাৰ প্ৰাপ্যটো পাবলৈ বিচাৰি নোপোৱাটোক চুৰ কৰি হ'লেও আদায় কৰিবলৈ অথবা জোৰ কৰি হ'লেও কাঢ়ি লবলৈ। বাংগ্ৰাই কিন্তু সেইবোৰ শিকিলেও সময়ত প্ৰয়োগ কৰিব নোৱাৰিব। সতৃষ্ণ নয়নে চোৱা তাৰ চকুৰ চাৱঁনিয়ে বিপ্লৱৰ বাৰু কি সূচনা কৰিব? আমিয়েতো শিকাইছো তাক অলপতে সন্তুষ্ট হ'বলৈ। যোৱা-কালিৰ ঘটনাটোও ঠিক তেনেকুৱাই হ'ল।

দিনক দিনে আমাৰ ঘৰখনত দুবেলা দুমুঠি খাবলৈ নোজোৰা হ'লত এইবিষয়ে আমি আলোচনা কৰিছিলোঁ। যোৱা কালিৰপৰা এটা সিদ্ধান্ত কৰা হ'ল—দিনত ভাত আৰু ৰাতি ৰুটি। কিন্তু মেব্লা আৰু তাৰ ককাদেউতাকৰ কাৰণে ভাত ৰন্ধা হ'ব; কিয়নো এজন হ'ল উঠি অহা পচুৱে ল'ৰা আনজন হ'ল তেনেই বৃদ্ধ। যেনে কথা তেনে কাম। মাত্ৰ দুজনৰ বাবে ভাত ৰান্ধি বাকী কেইজনৰ বাবে চাৰিখনকৈ ৰুটি কৰা হ'ল। কিন্তু মেব্লাতকৈ বয়সত সৰু বাংগ্ৰাৰ বাবে হ'লে ৰুটি কৰা নহ'ল। আধাপেটিকৈ খাই মহয়েই মোৰ ভাগৰ দেৰখন ৰুটি দিলোঁ। বেচেৰা অতৃপ্ত হৈয়েই থাকিব লগাত পৰিল।

আটাইবোৰ টোপনিত লালকাল। পুঁৱতি নিশা। কুকুৰাই ডাক্ দিবৰ সময় হয়হে মাথোঁন। সপোনত মই কোনো জৰুৰী ৰাজনৈতিক সভা এখনত বক্তৃতা দিয়াত ব্যস্ত। সভাত লোকে লোকাৰণ্য। অহাই আহি আছে, যোৱাই গৈ আছে। কিছুমান বহিছে, কিছুমানে থিয় হৈয়েই আছে। সকলোৰে সন্মুখত সৰু-সৰু ল'ৰা-ছোৱালীবোৰ। হাই-উৰুমি বেছি হৈছে। মহিলা সকলৰ বেছি ভাগেই গৈ মিঠাই দোকান বোৰতহে ভীৰ কৰিছে। ভাষণ প্ৰসংগতে মই মহিলা সকলক সমালোচনা কৰিছো—"বড়ো মহিলা সকলৰ এইয়েই স্বভাৱ ……।" মই কৈ গলো "……… এৰা, সকলোৱে সমানে খাবলৈ পাব লাগিব। ডাঙৰ-সৰু, ধনী-দুখীয়া কোনো পাৰ্থক্য থকা অনুচিত। মানুহ-দুনুহ, সাপ-বেং, জীৱ-জন্তু আটাইৰে প্ৰাণ আছে। ভগবানে সৃষ্টি কৰা সকলো জীৱৰে সমান অধিকাৰ আছে। মহাপুৰুষসকলে কৈ গৈছে—"কুকুৰ শৃগাল সবাৰো আত্মা ৰাম" বলীয়ে নিৰ্বলীক আৰু শাসন-শোষণ কৰিবলৈ এৰি দিব নোৱাৰি।"

ঠিক সেইসময়তে সভা কক্ষৰ দুৱাৰ মুখত অচিনাকি আধাপাগল এজনে চিঞৰি চিঞৰি সভা কক্ষত সোমাব খুজিছিল '…… বিশ্বাস নকৰিবা, মুঠেই বিশ্বাস নকৰিবা ৰাইজ, এইবোৰ চব্ ঠগ-প্ৰৱঞ্চনাৰহে কথা। এই সভাখন এতিয়াই ভাঙি দিয়া, ভাঙি লণ্ড-ভণ্ড কৰি দিয়া। কিহৰ সভা এইখন? এজাক মানুহৰ চকুত ধূলিমৰাৰহে মতলব এইটো ……"। সি আৰু কিবা কিবি কৈছিল।

মই মোৰ ভাষণ খন্তেকৰ বাবে স্থগিত কৰি সেই মানুহজনৰ পিনে চাই ৰ'লো। এনেতে দেখিলো মোৰ পৰিচিত কুকুৰ এটাই সেই আধাপাগল জনক কামোৰো কামোৰো কৰি ভুকি আছ। মানুহ জনৰ ধুতি চোলাত কামুৰি টানি ধৰিছে। কুকুৰটোৱে ইমান জোৰে ভুকিবলৈ ধৰিলে যে অৱশেষত মোৰ সপোন ভাগিল আৰু সাৰ পাই গলোঁ।

সঁচাসঁচিকৈ আমাৰ বাংগ্ৰাই বাস্তৱতে কাৰোবাক কামোৰো, কামোৰোকৈ ভুকি আছে। খপ্-জপ্‌কৈ হাতত টৰ্চ এটি লৈ মই ঘৰৰপৰা বাহিৰলৈ ওলালোঁ। এনেতে বাংগ্ৰাই বাৰীৰ পিনে কাৰোবাক খেদি যোৱা দেখিলোঁ। মইয়ো বাৰীৰফালে বাংগ্ৰাৰ পিছে পিছে দৌৰি গলোঁ। কিছুসময় খায়েং-খায়েং কৰাৰ পাচত সি স্তব্ধ হোৱাৰ লগে লগে মই বাঁহতলীলৈ গৈ বাংগ্ৰাক দেখা পাওঁ। কিন্তু এয়া কি? তেজেৰে লুতুৰি-পুতুৰি বাংগ্ৰাৰ দেহটো। পিঠিখন ডেগাৰৰ আঘাটত ধৰফৰাই আছে। মুখত ছিঙি ৰৈ যোৱা কাপোৰ এচিলা। মোৰ পাছে পাছে খেদি অহা মেন্নাৰ মাকে বাংগ্ৰাক জীৱিত অৱস্থাত নাপালেহি। বেছেৰা বাংগ্ৰাই যোৱা নিশা মাত্ৰ ডেৰখন ৰুটি খাবলৈ পাইছিল।



ঘৰলৈ ঘূৰি আহি দেখা পালোঁ ঘৰৰ পিছ পিনে চোৰে সিন্ধি দি প্ৰায় মানুহ সোমাব পৰা কৰিছিল। মেন্নাহঁত কিন্তু তেতিয়াও নাক বজাই ভৰ টোপনিত লালকাল।

—००—

# লদ্রাইৰ সপোন

মনোৰঞ্জন লাহাৰী

জেঠ মহীয়া পিঠি ফটা ৰ'দ। উন্দুগাঁওৰ পূব্র কোণত লদ্রাইৰ ভঙা পঁজাটি। বেৰবোৰ ভঙা ছিঙা। জহি খহি যোৱা শিয়াল, কুকুৰ, গাহৰি, ছাগলী আদিয়ে সদায় ওলোৱা সোমোৱা কৰে লদ্রাইৰ ভঙা পঁজাত। ছালৰ খেৰবোৰ গেলি পচি যোৱাত কামিহাড়বোৰ ওলাই পৰিছে। ঘৰৰ মূধত বহি থকা শালিকা, কাউৰী, চিলনী আদিয়ে বিষ্ঠা পেলায়। বৰষুণৰ পানীবোৰ- অবাধে পৰে তাৰ ঘৰৰ ভিতৰত, ৰ'দে তীব্র তাপ বিকিৰণ কৰে। নদীৰ গবাহ খহনীয়াৰ দৰে তাৰ ঘৰৰ ভেঁটিটো লাহে লাহে জহি খহি যাব ধৰিছে। ঘৰৰ চুকত কুকুৰা চৰাইৰ লাদ, বোকাই পানীয়ে একাকাৰ, ভেনা মাখিৰ অতপালি, কুকুৰ, গাহৰি, গৰু, গোবৰ মুতেৰে দুৰ্গন্ধময়। লদ্রাইৰ এপাল ল'ৰা ছোৱালী। খোৱাৰ নামত পাগল। টকা , পইচা হলে এটিও নাই। কাক চোলা দিব, সিহঁতক কি উপায়েৰে দখনা দিব ? এডোখৰো মাটি নাই । নাই গৰু এজনীও লদ্রাইৰ পৰিয়ালে সাদিনলৈকে লঘোনে থাকিবলগীয়া হয়। লদ্রাইৰ কিন্তু সেই বোৰলৈ মন কাণ নাই। তাকতো ভাত নালাগে মদ পালেই হয়। প্রত্যেক দিনে মদ পালে চাৰি পাঁচ দিনলৈকে ভাত পানী নহ'লেও হয়। ঘৈণীয়েক লুডাৰগে অত্যন্ত খঙাল প্রকৃতিৰ। কপালত সদায় কোপৰ ৰেখা। শকত-আৱত উচ্চ নিতম্ব। কিন্তু লেতেৰী বোকাত লুতুৰি-পুতুৰি হৈ থকা গাহৰিজনীৰ দৰে মেদ মহল দেহৰ, লেতেৰী, তেল চাবোনৰ লগত সম্পৰ্ক নথকা চুটি চুটি চুলিৰ, তেজহীন শেঁতা পৰা মুখৰ।

ঃ পাগল বুঢ়া, মৰণ নোহোৱা , মদ খাই খাই মাটি-বাৰী , গৰু-মহ বেচি সোপাকে খাই শেষ কৰিলে। মদাহীটোক মহামাৰীয়েও নিনিয়া হ'ল।



ঃ হ'ব দে বুঢ়ী, তই মাত্র তৰকাৰীখিনি জোগাৰ কৰা। মই চাউল বিচাৰি আনোগৈ। ঘৈণীয়েকে গালি গালাজ কৰিলে লদ্রাইয়ে কিন্তু মুখেৰে টু শব্দও নকৰে। নুশুনা ভাও জুৰি থাকে। লুডাৰগেয়ে দিয়া অভিশাপ তাৰ গাত নালাগে। ঘৈণীয়েকৰ গালি-শপনি তাৰ কাণত কীট-পতংগই কৰা গুণ গুণনিৰ দৰেহে হয়। কিছুসময়ৰ পিছত লদ্রাইয়ে ঘৰৰপৰা ওলাই যায়। পিন্ধনত ফটা বিছনাছাদৰখন। ফটা কাপোৰ এডোখৰকে গামোচাৰ দৰে কান্ধত পেলাই লৈছে। চাউল টাউল ক'ৰবাত পালে টোপোলা বান্ধি অনাৰ উদ্দেশ্যে।

লামব্রেইহঁতৰ বাৰীৰ কোণৰপৰা বঙাল কচু পাঁচ জোপামান তুলি আনেগৈ। ডুপৰীয়া শেনশ্রী ৰেন্দা, ৰানথেং, হংলি গালিহঁতে ভাত ভাতকৈ আটাহ পাৰি কন্দা-কটা কৰিব ধৰিছে। যোৱাকালিৰ পৰাই সিহঁতৰ মুখত খুদ কণ এটিও পৰা নাই। কেইটামানে মাকৰ পিছে পিছে কান্দিছে কেইটামানে, কেইটামানে আকৌ চৌকাৰ পিনে চাই চাই ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ লৈছে। জপৰা চুলিৰ এসপ্তাহ মানলৈকে গা নোধোৱা লুদোৰগেয়ে ল'ৰা-ছোৱালী কেইটিক উত্তম মাধ্যম লগায়। কিছুমানে কান্দি কান্দিয়েই সন্তুষ্ট থাকি শুই পৰে। আন কিছুমানে খালীপেটেৰেই টোপনিয়ায়। ডুপৰীয়া পাৰ হৈ আবেলি হয়। গাঁৱৰ কিছুমানে খাই বৈ কামলৈ বুলি পথাৰলৈ ৰাওনা হয়।

লদ্রাইৰ ঘৰৰ দক্ষিণফালে ডাঙৰ আমগছ এজোপা আছে। আবেলি হ'লেও ৰ'দৰ প্রখৰতা কমা নাই। চৌকাৰ এঙাৰৰ দৰে প্রখৰ তাপ। আকাশত ডাৱৰৰ লেখ মানো নাই। মাজে-সময়ে ফিৰ ফিৰিয়া গৰম বতাহ বৈ আছে। আমৰ পাতবোৰ থুপ খুপকৈ জৰিছে। লদ্রাইয়ে ক'ৰবাৰপৰা আহি আম জোপাৰ তলত জিৰণি ল'লেহি। মূৰত মদৰ নিচা মোৰ ঘৈণী লুদেৰগেউ যদি আমগছ জোপাৰ ডালৰ দৰে শান্তি দিলেহেঁতেন...। উহ, মই বোলে চাউল খুজি মাগি আনি তাইক পোহ-পাল দিব লাগে। গিৰিয়েকক খুৱাব নোৱাৰে যদি কিহৰ তিৰোতা হ'ল ?

সি কি কি বলকিবলৈ লৈছে নিজেই নাজানে । মূৰটো যেন ঘূৰিবলৈ লৈছে। বলকি বলকি অলপ পিছত সি য'ত বহি পৰিছিল তাতেই গভীৰ টোপনিত মগ্ন হ'ল ।

নিদ্ৰা মগ্ন অৱস্থাতেই লদ্রাইয়ে সপোন দেখিলে: লুদ্রাইৰ ভগা পঁজাটিয়ে ৰাজঅট্টালিকাৰ ৰূপ ল'লে। ধান ভৰা পাঁচটি ভঁৰাল। গৰু ভৰা তিনিটা গোহালি। হাতী তিনিটা, ঘোঁৰা পাঁচোটা। সাধাৰণ প্রজা, লিগিৰা-লিগিৰী, চাকৰ-চাকৰণীৰ সীমা সংখ্যা নাই। টকাই টকা, সোণেই সোণ, ৰূপেই ৰূপ। যেন কুবেৰৰহে ঘৰ। আলহী আত্মীয়স্বজন এই আহিছে এই গৈছে। মদ ভাতৰ উভৈনদী। যিমান পাৰা খোৱা, খাব নোৱাৰা খিনি পেলাই দিয়া। আম, কঁঠাল, পাণ, তামোল, লিচু, আনাৰস, কল, লেবু আৰু শাক পাচলিৰে বাৰীখন নদন-বদন। বাগিছাত নানান তৰহৰ ৰঙ ছটীয়া ফুল, ৰঙ বিৰঙৰ পখিলাবোৰ উৰি ফুৰিছে। ফুলৰ মধুপান কৰিছে। অকল সেয়ে নহয়, গছৰ চৰাই চিৰকটিবোৰে ইডালৰ পৰা সিডাললৈ জঁপিয়াই উৰি উৰি নাচিছে। সুমধুৰ সংগীত গাইছে, যেন স্বৰ্গৰ অমৰাৱতীহে। লদ্রাইৰ নামটো লদাবৰ হ'ল। গতিকে লদাবৰ মহাশয়ে ৰাজপোছাক পৰিধান কৰি তুলাৰ দৰে কোমল সোণালী ৰাজ আসনত উপবিষ্ট হ'ল। লিগিৰীজনীয়ে বিচনীৰে মোলায়েম বতাহ দি আছে। লদাবৰ আদেশলৈ অপেক্ষা কৰি এজাক লিগিৰা দলায় মান। চৌকাষে মদৰ পাত্র। সন্মুখত চাৰিগণ্ডা আৰু ছুটা তৰকাৰী মাছেই মাছ, মঙহেই মঙহ। ভজা মাছ, ভজা মঙহ। মাংসৰ চাট্ আৰু জোল। লিগিৰা এজনে গুৰ-গুৰীৰ চিলিমত জুইৰ আঙঠাদি বলৈ লৈছে। আন এগৰাকী লিগিৰীয়ে মহাশয়ৰ ভৰি মালিচ কৰি দিছে। খন্তেক পিছত বিছনী মৰা কামৰ দায়িত্ব পঠালে। লদাবোৰে মোছ পকাই হাঁহি ভৰা চাঁৱনিৰে ছুই তিনিবাৰ মান লিগিৰীজনলৈ পিৰিক্ পাৰাকৈ চাই সোণৰ পাত্ৰৰে মদ্যপান কৰিলে। সোণৰ চামুচেৰে মাছ মঙহ খাবলৈ ধৰিলে। ঘৈণীয়েক লুদোৰগেৰ নাম হ'লগৈ লুদাবৰী। লুদাবৰীয়ে গাহৰিৰ মাংস ভঁজা-পোৰা কৰি আছে। নিজ হাতেৰে ৰান্ধি বাঢ়ি গিৰিয়েকক



দিবলৈ নাপালে লুদাবৰীৰ ভাল নালাগে। মাংসৰ ব্যঞ্জন ঠিক হ'লনে নাই চাকি চোৱাবলৈ লুদাবৰীয়ে গিৰিয়েকক কৰছত অলপ মান আনি দিলে।

লুদোৰগেয়ে ভঙা কেৰাহীত বঙাল কচু সিজাই আছিল। ঠাৰি ভঙা কৰছেৰে তৰকাৰী খিনি লৰাই দিছিল। চেপেটা নাকৰ পৰা ঘনে ঘনে বাহিৰ ওলাব খোজা শেঙুন পেলাবলৈ বুলি ছুৱাৰ মুখত ভৰি দিওঁতেই আম জোপাৰ গুৰিত হঠাৎ দৃষ্টি পৰিলগৈ। তাই ভঙা কৰছখন ডাঠকৈ ধৰি দাঁত কামুৰি কামুৰি আম জোপাৰ তললৈ বুলি দৌৰি গ'ল।

"ক'ত বোলে চাউল বিচাৰি আনিব, মৰণ নোহোৱা বুঢ়াটো ইয়াতহে শুই আছহি। কাৰোবাৰ তাত খাই আহিল সি সেইবোৰ...।" কথাখিনি কৈয়েই লুদোৰগেয়ে লদ্রাইক ছুই তিনিবাৰ মান কোব মাৰিলে। তিনিও বাৰেই লদ্রাইৰ নাকত কোববোৰ লাগিল। লদ্রাইয়ে নিদ্রাপুৰত স্বপ্ন বিভোৰ হৈ আছিল। সি মূৰটো আচন্দ্রাই ধৰা যেন পাই ছুবাৰ মান উহ! আহ!! কৰিলে। মৃত্যু মুখত পৰিব ধৰা কুকুৰা পোৱালীৰ দৰে ধৰফৰাবলৈ ধৰিলে। লগে লগে লদ্রাইৰ প্রাণহীন দেহটো অলৰ অচৰ হৈ পৰি থাকিল। যেন সি খন্তেকৰ বাবে সাৰ পাই পুনৰ নিদ্রামগ্ন হ'ল আধৰুৱা সপোনখিনি দেখিবলৈ। লদ্রাইৰ ওচৰতে পৰি আছিল চাউলৰ টোপোলাটো। বেচেৰা লদ্রাইয়ে তেনেহলে ভোকাতুৰ সন্তান-সন্ততিক মৰম কৰি ধাৰ কৰি হ'লেও চাউল আনিছিল। লুদোৰ-গেয়ে চাউলৰ টোপোলাটো তুলি লৈ ঘৰৰ ভিতৰত সোমাল গৈ। চাউলৰ টোপোলা আৰু কৰছ পেলাই থৈ ল'ৰা ছোৱালী কেইটিক সাৱটি লৈ ৰাওচি জুৰিলে কণমাণিটোৰ দৰে ।

ক'ৰবাৰপৰা আহি আমজোপাৰ ডাল এটিত বহা ঢোৰা কাউৰীয়ে তলত থকা মৰাশ'টোলৈ চাই চাই কা কা কৰিবলৈ ধৰিলে।

০—০

# উপায়

হৰেশ্বৰ বসুমতাৰী

যি বাখুন্দাই প্ৰত্যেক দিন বেলি নৌ উঠোতেই বিছনাৰপৰা উঠিছিল, সেই বাখুন্দাই আজি বেলি উঠাৰ কিমান বা পৰলৈকে বিছনাতে লাং খাই পৰি থাকিল। আজি যেন সি বিছনা এৰিব পৰা শক্তি-কণো হেৰুৱাই পেলাইছে।

যোৱা নিশা ঘটি যোৱা ঘৰৰ ঘটনাটো বাখুন্দাৰ চকুৰ আগত পুনৰ ভাঁহি উঠিছে। কিবা এটা উপায়েৰে হলেও চাউল কিনি অনাৰ আশাৰে নিচেই পুৱাতে ওলাই যোৱা বাখুন্দাই সুদা হাতে ঘুৰি আহি গভীৰ নিশালৈকে বাট চাই থকা ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী কেইটাৰ মুখলৈকে চাবহি পৰা নাছিল। ঘৰৰ সমস্যাটো দেখি দুখ, খং আৰু কপালকে ধিক্কাৰ দি কৈ পেলাইছিল বাখুন্দাই— "মই আৰু নোৱাৰোঁ।" তহঁতে কেবল মোৰ ওপৰতে নিৰ্ভৰ নকৰিবি। তহঁতেও যেনেকৈ পাৰ, তেনেকৈ আৰ্জনৰ উপায় বিচাৰি ল।"

তেনেকৈ কৈয়েই যেন বাখুন্দায়ে স্বামীত্ব বা পিতৃত্বৰ দায়িত্ব শেষ হোৱা বুলি ধৰি লৈ মনৰ গধুৰ বোজা পাতলাব খুজিছিল। তাৰ বাহিৰে উপায়ো নাছিল বাখুন্দাৰ।

বাখুন্দাৰ আগৰেপৰা মাটিবাৰী বুলিবলৈ একোৱে নাছিল। বিয়াৰ পিছত দুটি সন্তানৰ বাপেক হোৱা সময়তে ভাই-ককাইৰপৰা বেলেগ হৈ পিছলৈ কিবা এটা হ'ব বুলি আশা কৰি সংৰক্ষিত বনাঞ্চলত অন্যান্য ভূমিহীন লোকৰ লগতে ঘৰ বান্ধি থাকিবলৈ লয়গৈ। কিন্তু গৰীৱ গৰীৱেই। বনাঞ্চলত কিছু মাটি দখল কৰি লৈছিল যদিও গৰু-ম'হ, নাঙল-যুঁৱলিৰ কোনো থান-থিত নলগাত বাখুন্দাৰ সংসাৰ খন আন বিলাকৰ দৰে আগবাঢ়িব পৰা নাছিল। সঁচা সঁচিকৈ পিছলৈ বাখু-



ন্দাই নিজৰ দখলত থকা মাটি খিনি অইনৰ হাতত এৰি দি নিজে দিন-হাজিৰা কৰা আৰু খৰি বেচি খোৱা হ'ল।

এইদৰে নিতৌ হাজিৰা কামৰ সন্ধানত নাইবা হাবিৰপৰা খৰি আনিবলৈ ঘৰৰ পৰা ওলাই যায় আৰু সন্ধিয়াহে ঘৰ আহি পায়হি। হাজিৰা কৰি নাইবা খৰি বেচি যি অলপ টকা পায় তাৰে চাউল, তেল, জলকীয়া আদি আনে আৰু কেতিয়াবা টকা পইচা নেপালে সুদা হাতে আহিব লগা হয়। বনৰ আলু, কচু, ঢেঁকীয়াশাক, কল আদিকে সিজাই খাই কোনোমতে থাকে। কেতিয়াবা দুসাঁজ তিনি সাঁজলৈকে লঘোণে থাকিব লগাত পৰে।

যোৱা তিনিদিন মানৰপৰা আজিলৈকে বাখুন্দাৰ ঘৰখন এনেকৈয়ে চলি আছে। বনাঞ্চলৰ নতুন মাটিত থকা আটাইবোৰ অৱস্থাও প্ৰায় একেই। দুই এজনে কিছু ঘৰ-দুৱাৰ কৰি ল'ব পাৰিছে। যদিও বেছিভাগেই হাজিৰা কাম অথবা খৰি বিক্ৰীৰ ওপৰতে নিৰ্ভৰ কৰি পেট প্ৰবৰ্ত্তায়। হাজিৰা কামকে বাৰু কেইদিন পোৱা যাব, খৰিয়েইবা কেইজনৰপৰা কিনিব? কাম পোৱা অথবা খৰি বিক্ৰী কৰিব পৰাটোও যেন ভাগ্যৰ হে কথা হৈ পৰিছে।

যোৱা দুদিন মান অ'ত ত'ত কাম বিচাৰি গৈয়ো কাম নাপাই বাখুন্দাই হতাশ হৈ হাবিত খৰি কাটিবলৈ ওলাই গৈছিল। পিছত হাবিৰপৰা কোনোৰকমে বৈ আনিব পৰা খৰি এভাৰ আনি তিনি মাইল মান আঁতৰৰ চ'ক বজাৰ এটিত বেচিবলৈ বুলি গ'ল। কিন্তু কথা হ'ল বজাৰত কেৱল খৰিহে খৰি। কাৰণো খৰি কোনে কিনিব? তাৰ মাজত কিছুমানে বেছিব পাৰিলে, আন কিছুমানে নোৱাৰিলে। কোনোবাই কিনিব কিনিব বুলি আশা কৰি বাখুন্দাইও ৰ'ল আন বহু কেইজনৰ লগতে সন্ধ্যাপৰলৈকে। কিন্তু নাই নহ'ল, খৰিখিনি বিক্ৰী কৰিব নোৱাৰিলে বাখুন্দাই।

সন্ধিয়া হ'লত খৰিখিনি এঠাইত লুকাই থৈ অত্যন্ত হতাশ মনেৰে সুদা হাতে ঘৰ মুখে ঘূৰে বাখুন্দাই। ঘৰ আহি পায় দেখে ল'ৰা

ছোৱালী দুটি ভাত, ভাতকৈ কান্দি কাতি শুই পৰিছে। ঘৈণীয়েকে ডাঙৰ জনী ছোৱালী থৰ্লীৰ সৈতে জোনাকত বহি বাখুন্দালৈ অধীৰ অপেক্ষা কৰি আছে।

বাখুন্দাক অহা দেখি মাকে ল'ৰা-ছোৱালী দুটিক জগায় দিয়ে— "হেৰ উঠ, দেউতাৰ আহিল। উঠি আহ।"

ল'ৰা ছোৱালী দুটিয়ে দেউতাকক বৰ ভাল পায়। ঘৰত থাকিলে সিহঁতে দেউতাকৰ মুঠেই লগ নেৰে। দেউতাকক অহা বুলি শুনিয়েই সিহঁতে শোৱাৰপৰা উঠি খকমককৈ বাহিৰলৈ ওলাই আহিল আগে পিছে মৰম পোৱাৰদৰে আজিও বাপেকৰপৰা মৰম পাব বুলি ভাবিছিল। কিন্তু বাখুন্দাই সিহঁতক মৰম নকৰি তিৰোতা আৰু ল'ৰা ছোৱালীক পোহপাল দিব নোৱাৰাৰ বাবেহে ধিক্কাৰ দি ল'লে ৰাগ, খং আৰু দুখেৰে।

দুপৰীয়ালৈকে লাংখাই বিছনাত পৰি থাকি বাখুন্দীৰ চকুত পুনৰ ভাঁহি উঠিল দিনটোৰ ছবি, এৰা আজিও……। অৱশ্যে যোৱা নিশা বাখুন্দাই ঘৈণীয়েক আৰু ল'ৰা ছোৱালী কেইটাৰ ওপৰত ৰাগ-খং বা মনৰ দুখ খিনি প্ৰকাশ কৰি মূৰৰ বোজা কিছু পাতল হোঁৱা যেন উপলব্ধি কৰিছিল।

বিচনাৰ ওপৰতে গাটো ইকাতি-সিকাতি কৰাত বাখুন্দাই দেখিলে বেৰৰ জলঙাৰে সোমাইছেহি সূৰ্যৰ চোকা কিৰণবোৰ। সি ঘৰৰ আটাইবোৰবে উমান ল'ব খুজিলে কোনে ক'ত কি কৰি আছে।

কিছুসময় কাৰো সাৰ সুৰ নাই। নিমাত, নিতাল যেন জন-শূন্যহে। কিছুসময় পিছত ঘৈণীয়েকৰ মাত কাণত পৰিল— থৰ্লী, মই ভাইটি-ভন্টিক লগত লৈ মদ বনোৱা বাখৰ বিচৰাৰ লগতে চাউল-টাউল পাও নেকি খুজি মাগি আনিবলৈ ওলালোঁ। মদৰ বাখৰ আৰু চাউল পালে তাকে মদ কৰি বিক্ৰী কৰিব লাগিব; পিতাৰা শুই আছে, চাবি।

সিহঁতক ওলাই যোৱা যেন অনুমান হ'ল বাখুন্দাৰ। বাখুন্দাৰ চকুত ভাহি উঠে এটি দৃশ্য— ঘৈণীয়েকে যেন ল'ৰা-ছোৱালী দুটিক



হাতত ধৰি মানুহৰ দুৱাৰে-দুৱাৰে লাজ মান কাতি কৰি চাউল খুজি ফুৰিছে। তাই যে মানুহক নিজৰ দুখৰ কথা কিমান শুনাইছে, কিন্তু কোনে শুনিব তাইৰ দুখৰ কথা?

কথাখিনি ভাবোতেই তাৰ বুকুত শেলে বিন্ধা যেন পালে। লগে লগে ভোকতে পেটটোও জ্বলি যোৱা যেন অনুভৱ কৰিলে। বিচনাৰপৰা উঠিব নে নাই, উঠিলেও বা কি কৰিব মনটোকে ঠিক কৰিব পৰা নাই।

সি ভাবিলে ঘৰত বৰ্তমান দুটিহে মাত্ৰ প্ৰাণী। সি আৰু তাৰ জীয়েক থৰ্লী। থৰ্লীয়ে চোতালত থিয় দি কি ভাবি মনে মনে ঠিয় হৈ আছে।

অলপ পিছতে শুনিলে, জীয়েক থৰ্লীয়ে বাটৰ কাষলৈ গৈ কাৰো-বাৰ লগত কথা পাতিবলৈ লৈছে। সি গম পালে যে থৰ্লীয়ে মানুহ জনক ঘৰৰ পিনে মাতি আনিছে। মানুহ জনে চাইকেল ঠেলি-ঠেলি আহি আছে। চোতাল আহি পালত বাখুন্দাই মানুহজনৰ মাতটোৰ পৰা ধৰিব পাৰিলে, সেয়া আন কোনো নহয়, সোনাৰামহে, কেৱল বাখুন্দাই নহয়, অঞ্চলৰ সকলোৱে জানে যে সোণাৰামে দুই নম্বৰী কাঠৰ কাৰবাৰ কৰে। এই অঞ্চলৰপৰা গছ কাটি চোৰাং কাঠবোৰ দি চহৰত বিক্ৰী কৰি পৰ্য্যাপ্ত পৰিমাণৰ ধন ঘটিছে, হেনো। খোৱা লোৱাত ধন খৰচ কৰিবলৈ টান নাপায়। মাজে সময়ে ইয়ালৈ আহি মদ কিনি খাই চিঞৰ-বাখৰ কৰি যায়। এই অঞ্চলৰ কেইবাটাও ঘৰৰ লগত সম্বন্ধ আছে সোণাৰামৰ।

থৰ্লীয়ে কোৱা মতে এদিন এই সোণাৰামেই ঘৰত কোনো নথকাৰ সুযোগ লৈ 'মদ বিক্ৰী কৰা নেকি?' বুলি সুধিছিলহি। তেনেকৈ মদ বিক্ৰী নহয় বুলি থৰ্লীয়ে কোৱাত 'তেনেহলে তোমাকেই বিক্ৰী কৰা, এয়া টকা বুলি এশ টকীয়া নোট এখন হেনো যাঁচিছিল। এনেকুৱা অশালীন কথা শুনি, থৰ্লীয়ে খঙতে নানান কথা শুনোৱাই নহয়, তাৰ এশ টকীয়া নোট খন মুঠি মাৰি সোণাৰামৰ মুখত মাৰি

দিছিল। ঘৰলৈ আহি মাক আৰু বাখুন্দা নিজেও থৰ্লীৰ মুখৰপৰা কথাটো জানিব পাৰি থৰ্লীক ধন্যবাদ দিছিল।

কিন্তু আজি এই সোণাৰামকে থৰ্লীয়ে নিজে ঘৰলৈ মাতি আনিছে। দেহতো তাৰ ভিতৰি ভিতৰি কঁপিবলৈ লৈছে কিবা এটা অঘটন ঘটি যোৱাৰ আশংকাত। কিন্তু সি যেন বিছনাৰপৰা উঠাৰ শক্তি কণকে গোটাব পৰা নাই। যোৱাকালিৰপৰাই যেন তাৰ দেহৰ শক্তি লোপ পাব ধৰিছে।

চোতাল আহি পোৱাৰ লগে লগে সোণাৰামে থৰ্লীক কোৱা শুনিলে। "ঘৰত কোনো নাই হ'বলা।"

প্ৰায় তেনেকুৱাই বুলি ক'ব পাৰি, "থৰ্লীয়ে উত্তৰ দিয়ে।" অলপ পিছত তাই আৰু কয়— "আমাৰ ঘৰত চিয়াৰ টেবুলো নাই, আহক, মোৰ বিছনাতেই বহকহি।"

সোণাৰামে চাইকেল খন ঘৰৰ পিছপিনে বেৰৰ আঁৰত আওঁজাই থৈ থৰ্লীৰ পাছে পাছে ঘৰলৈ সোমাই যোৱা গম পালে বাখুন্দাই। আমাৰ ঘৰত চাহ-তাহ নাই, পাণ তামোলো নাই, কি খাব ? লাজ লাজকৈ কয় থৰ্লীয়ে।

—নাই নাই, সেইবোৰ একো নেলাগে। কিন্তু কোৱাচোঁন কিয় মাতি আনিলা মোক ?" এনেয়ে মাতিছো আৰু। আপুনি কি জানি সেইদিনাখনৰ পৰাই মোক খুব বেয়া পাই আছে, নহয় জানো ?

"নাই নাই, কিয় বেয়া পাম তোমাক ? মইহে নিচা খাই আহি কিবোৰ জানো বকিছিলোঁ, আজি অৱশ্যে মনত নপৰে। তুমি যে ঘটনাটো কাৰো আগত ব্যক্ত নকৰিলা তাৰ বাবে তুমি মোৰ ধন্যবাদৰ পাত্ৰী। তাৰ বাবে মই তোমাক ······।"

"নহয় ককাইদেউ, মই সেইদিনাখন জীৱনৰ মূল্য কিমান জনা নাছিলোঁ! সেয়েহে মই নুবুজি আপোনাক খং কৰিছিলো। আজি কিন্তু মই বুজি পালোঁ যে দেহ-মনৰ পৱিত্ৰতাতকৈ পেটৰ যন্ত্ৰণাইহে বেছি চিন্তণীয়। আপুনি মোক সিদিনা এশটকীয়া নোট এখন যাঁচিছিলে নহয় জানো, মই যে আপোনাক ঘূৰাই দিছিলোঁ ? আজি দি যাব পাৰে, আজি আৰু ঘূৰাই নিদিওঁ। লাগিলে আপুনি প্ৰত্যেক দিনেই আহিব আৰু এনেকৈ দি যাব।"

বাখুন্দাই শুনিলে থৰ্লীৰ মাত পিছৰ ফালে থোকা-থুকি হৈ পৰিছে। নিজ কাণে নিজৰ জীয়েকৰ কথা আৰু ফেকুঁৰি ফেকুঁৰি কান্দোন শুনি চকু-কাণ ঢাকি বিছনা খনৰ লগত সমানে মিলি যাবলৈ চেষ্টা কৰিলে বাখুন্দাই। যেন কোনোবাই তাৰ বিছনাত জুইহে দিছে, জ্বলি উঠিছে হম্ হমাই। দুহাতেৰে বুকুত হেঁচা দি এবাৰ জোৰকৈ চিঞৰি দিবৰ মন গ'ল— জ্বলি উঠক, জ্বলি পুৰি ছাই হৈ যাওঁক গোটেই ঘৰখন।

= × =

# বৌদাৰামৰ সংসাৰ

হেৰম্ব নাৰ্জাৰী

এমাহৰ পিছত আজি মই ঘৰলৈ যাবলৈ ওলাইছো। ঠিক ঘৰলৈ নহয়, গাঁৱলৈ। মই য'ত চাকৰি কৰো সেই চহৰখন আমাৰ গাঁৱৰ পৰা পাঁচ মাইলমানহে দূৰৈত অৱস্থিত। ইচ্ছা কৰিলে মই গাঁৱৰ পৰাও অহা যোৱা কৰিব পাৰোঁ। ৰাস্তাও বেয়া নহয়। গাঁৱৰ পৰা চহৰ আহি পাবলৈ আধাঘণ্টাও নেলাগে। তথাপি মই কিয় ঘৰ আৰু গাঁও-খন এৰি স্ত্ৰী-পুত্ৰকলৈ চহৰত আহি থাকিবলগীয়া হ'লো তাৰ সন্তোষ-জনক সমাধান মোৰ ওচৰত নাই। মোৰ দৰে চহৰবাসী অইনৰ লগত মিলিজুলি থাকি ক'বলৈ হ'লে গাঁৱত আমাৰ দৰে চাকৰিয়াল সকলে তেনে সমাজ নেপায়। সেইকাৰণেই নেকি তেওঁলোকে চহৰত থকাটোকে পছন্দ কৰে।

বৌদাৰাম মোৰ নিজৰ খুৰা নহয়। মোৰ আপোন ককাইদেউতাৰ সৰু ভায়েকৰ সৎ পুতেকহে। আচল ভাগী বুলি ক'ব পৰা যায়। আজি তেওঁ মৃত্যুৰ দুৱাৰ দলিত··········।

মোৰ খোজ ক্ৰমান্বয়ে খৰতকীয়া হয়।

বৌদাৰামৰ ঘৈণীয়েক অৰ্থাৎ খুৰীৰ মৃত্যু হোৱা এমাহ মানহে হ'ল। খুৰীৰ মৃত্যুৰ খবৰ পাই মই সিমান গুৰুত্ব দিয়া নাছিলোঁ। কিয়নো বহুদিনৰপৰাই বেমাৰত ভুগি শুকাই খীণাই যোৱা খুৰীক অতি সোনকালেই ইহলীলা সম্বৰণ কৰিব বুলি ধৰি লৈছো। কিন্তু সেই বুলি মোৰ অন্তৰত যে অলপো প্ৰভাৱ পৰা নাই সেইটো নহয়। তাকে কেন্দ্ৰ কৰি মই কিবা কিবি চিন্তা কৰিবলৈ লৈছো। কোনো কোনোৱে কাম বন কৰিও, পৰিশ্ৰম কৰিও মাটিবাৰী, গৰু-মহ আদি



অভাৱৰ সন্মুখীন হ'ব লগা হয় আৰু অৰ্জুনে অন্য উপায় বিচাৰি নাপাই খাব নোপোৱা হয়। আনফালে কোনো কোনোৱে থকা স্বত্বেও নিজৰ নিজৰ দোষতে ভোকে-পিয়াহে জৰ্জৰিত হৈ নিৰাশাৰ জীৱন-যাপন কৰিবলগীয়া হোৱা গাঁৱৰ মানুহৰ ছবিবোৰে মোৰ মনৰ পৰ্দাত ভাহি উঠিছে। সহানুভূতিও জাগে, খঙো উঠে সিহঁতক লৈ।

তিনিদিন হ'ল খুৰাই লঘোনে থকা। আজিহে কোনোমতে এসাজ খাবলৈ পাইছে। মৃত্যুৰ পাঁচ মাহ মান আগতে মই যেতিয়া ঘৰলৈ গৈছিলোঁ, তেতিয়া দুপৰীয়া কঁঠাল গছৰ ছাত বহি খুৰী লাই-শ্ৰীয়ে অত্যন্ত দুৰ্বল দেহেৰে কেঁচুৱাটোক কোলাত লৈ থাকোতে মই ভাল বেয়াৰ খবৰ সোধাত এই কথাখিনি কৈছিল। মই মনোযোগ দি শুনা নাছিলোঁ। সহায় কৰিব নোৱাৰিলে কথাবোৰ শুনিয়েইবা কি কৰিম? গতিকে খাবলৈ পোৱা নোপোৱা, সুখ দুখৰ কথাবোৰ আৰু কিমান শুনিম? যিখিনি শুনা হ'ল সেয়ে যথেষ্ট হ'ল।

কিন্তু খুৰীৰ সেই দু-আষাৰ কথাই মোক আজিও আমনি দি আছে∘∘∘∘।

বাটৰ আধাখিনি অহা হ'ল। মোৰ খোজবোৰ ক্ৰমে বেগবান হ'বলৈ ধৰিছে, মোৰ অজানিতে। লগে লগে মোৰ চিন্তা-ভাৱনাবোৰো। অইন কোনো কথা বৰ্তমান মোৰ মনলৈ অহা নাই।

খুৰীৰ মৃত্যুৰ পিছত গাঁৱলৈ যাওঁতেই ঘৰখনৰ ভৱিষ্যত সম্পৰ্কে সকলো বুজি আহিছিলোঁ। সৰু সৰু ছয়টিকৈ ল'ৰা ছোৱালীক লৈ নিঠৰুৱা হোৱা বৌদাৰামৰ সংসাৰৰ গতি কি হ'ব সেইটো বুজিবলৈ টান নহয়। আটাইতকৈ ডাঙৰ সমস্যাটো হৈছিল ছ-মহীয়া কেঁচুৱা-টোক লৈ। বৌদাৰামৰ প্ৰতি মোৰ সহানুভূতিৰ পৰিবৰ্তে খং কৰিবলৈহে মন যায়। তাৰ বহুতো কাৰণ আছে।

ক'ব নোৱাৰো সেই কাৰণবোৰ সঁচা, নে মোৰ ধাৰণাহে ভুল। কথাতে কয় বোলে—মানুহৰ জীৱনটো ভাগ্যইহে টানে। কপালত লিখা

থাকিলে এনেকৈয়ে নানান ধৰণৰ ঘটনা ঘটি যায়। হ'বও পাৰে। সীমিত জ্ঞানেৰে মই হয় বুলিও ক'ব নোৱাৰো অথবা নহয় বুলিও ক'ব নোৱাৰো। খুৰা-খুৰীৰ জীৱনৰ এনে গতি কপালৰ লিখনৰ বাবেও হ'ব পাৰে।

খুৰাক মই ভালকৈ জানো। তিনিজন ভাই-ককাইৰ মাজত তেওঁই আছিল কনিষ্ঠ। ককাদেউতাই তেওঁক লিখা পঢ়া শিকাবলৈ মন কৰিছিল। সেইমতে খুৰাইও বাংলা ভাষাত পঢ়িছিল অলপ অচৰপ. নিজৰ জোখাৰে। কোনোৰকম লিখিব পাৰে, পঢ়িব জানে। আজি কালিৰ দৰে সুযোগ সুবিধা থকা হ'লে আৰু নিশ্চয় কিছুদূৰ আগবাঢ়িব পাৰিলেহেঁতেন খুৰাই। লিখা-পঢ়াৰ প্ৰতি নিজৰ যেনে আগ্ৰহ আছিল, তেনেকৈ ল'ৰা-ছোৱালী কেইটাকো পঢ়ুৱাবলৈ চেষ্টা কৰিছিল। কিন্তু ডাঙৰ দুটা ল'ৰাৰ ক্ষেত্ৰত তেওঁৰ আশা ব্যৰ্থ হ'ল। কিয়নো ল'ৰা দুটা পঢ়া শুনাৰ প্ৰতি মুঠেই আগ্ৰহী নাছিল।

গতিকে খুতীয়া পুতেক বৌদাৰামকে লিখা-পঢ়া শিকাবলৈ বৰ চেষ্টা কৰিলে ককাদেউতাই। এল, পি পাচ কৰাৰ লগে লগেই চহৰৰ হাইস্কুলত নাম ভৰ্ত্তি কৰাই দি বৰ্ডিঙত থৈ দিয়েগৈ। চহৰত থাকি পঢ়া শুনা কৰিবলৈ প্ৰয়োজনীয় সকলোখিনি সুবিধাকে পাইছিল বৌদাৰামে। কিন্তু সেই সুযোগটো ল'ব নাজানিলে। মন দি পঢ়া শুনা কৰিবলৈ এৰি চহৰৰ বেশভূষা, আমোদ-প্ৰমোদত মছগুল হৈ মূল্যবান তিনিটা বছৰ এনেই কটাই দিলে। বৰ্ডিংত থকা কালত তিনিবছৰ কোনো বছৰেকীয়া পৰীক্ষাতেই উত্তীৰ্ণ হ'ব নোৱাৰিলে। শ্ৰেণীত উপস্থিতিৰ ঠিক নাই, লিখা-পঢ়াৰ লগত সম্পৰ্ক নাই। কেৱল ঘূৰি ফুৰাহে। কেনেকৈ পাছ কৰিব ?

স্কুল এৰাৰ কিছুদিন আগলৈকে বৌদাৰামে কেৱল গাঁৱে গাঁৱে ঘূৰি মিতিৰ খাবলৈ ল'লে। তেনেকৈ মিতিৰ খাই ফুৰোতেই এদিন লাইব্ৰেৰীক লগ পায়। লাইব্ৰেৰীক দেখাৰ পিছতেই তেওঁৰ পঢ়া শুনাৰো সিমানতে অন্ত পৰিল। মনতো তেওঁৰ কেৱল ছোৱালীৰ প্ৰতিহে



পাগল হৈ পৰিল। লাইব্ৰেৰীক পাবৰ চিন্তাতে তেওঁ অভিমান কৰি ঘৰত আহি থাকে।

ককাদেউতাই বুজিও উপায় নাপাই আৰু লাইব্ৰেৰীৰ কাৰণেই অভিমান কৰা বুলি জানি বৌদাৰামক ছোৱালীজনীক আনি দিবলৈকে শেষত মনস্থ কৰিলে। যেনে মন তেনে কাম। ভাল দিন বাৰ চাই ককাদেউতাই লাইব্ৰেৰীক বোৱাৰী হিচাপে চাবলৈ গ'ল। চোৱাও হ'ল।

বৰ ধুম-ধামেৰে পতা হৈছিল বৌদাৰামৰ বিয়াখন। সেইবোৰ কথা আজি তেনেই পুৰণি হৈ পৰিল। বিয়াৰ পিছত বাৰ বছৰ কেনেকৈ চেৰেকীৰ সুতাৰ মহুৰাৰ দৰে ক্ৰমে শেষ হৈ গ'ল তাক বৌদাৰামে ধৰিবকে নোৱাৰিলে। সময়ৰ টিকনি আগফালেই বোলা কথাবোৰ বৌদাৰামহঁতৰ দৰে মানুহে বুজি নাপায়।

এই বাৰ বছৰৰ মাজত বহুতো পৰিবৰ্তন হ'ল। মাক-বাপেকৰ মৃত্যু হ'ল। ককায়েক সকলে বেলেগ বেলেগকৈ খাবলৈ ল'লে। বৌদাৰামৰ সংসাৰখনৰো পৰিবৰ্তন ঘটিল। ছয়টিকৈ ল'ৰা-ছোৱালী হ'ল। খোৱা পেটৰ সংখ্যা বাঢ়িল। কিন্তু মাটি-বাৰী, গৰু, ম'হ দিনে দিনে অলপ অলপকৈ সকলোখিনি শেষ হৈ গ'ল।

কিয় বাৰু তেনে হ'ল ? নক'লেও হ'ব যে বৌদাৰাম অতি এলেহুৱা। কাম-কাজত মন নিদিয়ে। চাকৰ-বোৱতীৰ ওপৰতে নিৰ্ভৰ কৰি চলিব খোজে। ঘৰ সংসাৰৰ মাজত সোমাই পৰিও মুক্ত ভাবে বিচৰণ কৰিব খোজে, দায়িত্বহীনৰ দৰে। টকা-পইচা ভঙাৰ ক্ষেত্ৰত যেনি তেনি, অমিতাচাৰী। দুদিন খাব লগা এদিনতে শেষ কৰে। ভৱিষ্যতলৈ কোনো ভ্ৰূক্ষেপ নাই। তেনে অৱস্থাত লক্ষ্মীচাৰা নহ'বইবা কিয় ? ককায়েকহঁতৰ লগত সমানে সমানে ভগাই লোৱা ধন-সম্পত্তিবোৰ শেষ হ'বলৈ বেছি দিন নালাগিল।

তেওঁৰ সম্পত্তি শেষ হোৱাৰ আৰু এটা কাৰণো আছে। সেইটো হ'ল মদ কিনি খোৱা অভ্যাস। ঘৰত তৈয়াৰ কৰা আৰু সাউৰী, টাউৰী মতাৰ সময়ত পোৱা মদ তেওঁৰ কাৰণে যথেষ্ট নহয়। সেইখিনিত

মুঠেই সন্তুষ্ট নহয়। তৃপ্তিয়ো নাপায়। গাঁৱত বৌদাৰামৰ দৰে আৰু বহুতো লোক আছে। তেওঁলোকেই বৌদাৰামৰ প্ৰকৃত বন্ধু। দৈনিক কৰিবলগীয়া খৰছৰ ভিতৰত মদ কিনাটোও এটা প্ৰধান শিতান হিচাপে সিহঁতৰ ক্ষেত্ৰত পৰিগণিত হ'ল। আবেলি আৰু সন্ধ্যাপৰত নিজৰ আৰু ওচৰে-পাজৰে থকা মদৰ ঘাটিবোৰলৈ গৈ মদ কিনি খোৱা, মদ খাই যি পায় তাকে বলকা, বহু ৰাতিলৈকে মদ খাই সময় নষ্ট কৰা এইবোৰ তেওঁলোকৰ দৈনন্দিন কৰ্তব্য হৈ পৰিল।

বৌদাৰামৰ আয়ৰ পথ এটাই মাত্ৰ। তেওঁৰ বেপাৰ বুলিবলৈ বা টকা পইচা পোৱাৰ অন্য কোনো পথ নাই। খেতি-খোলা কৰি যি অলপ পাই সেয়ে। সেইখিনিকো ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী কেইটিক ভাত, কাপোৰ দিবলৈকে নাটে। ধাৰ কৰিব লগা হয়। ঋণৰ ওপৰত ঋণ। মাটিখিনি বন্ধকত থব লগা হ'ল। পৰিশোধ কৰাৰ কোনো উপায় নাই। লাহে লাহে মাটিবাৰী, গৰু, মহ আটাই-খিনিকে বেচি দিব লগা হ'ল।

এনেকৈয়ে বৌদাৰাম দুখীয়া হ'ব লগা পৰিল। উপায় নেপাই কোনোৰকমে কাম কৰিবপৰা হ'ব ধৰা ডাঙৰ জীয়েক আৰু তাইৰ তলৰ জন ভায়েকক অইনৰ ঘৰত বোঁৱতী আৰু গৰখীয়া হিচাপে থৈ দিলেগৈ। নিজেতো একোকে কৰিব নোৱাৰা হ'ল, ইচ্ছা থাকিলেও কামত আৰু হাত আগ নবঢ়া হ'ল। ডেকাকালতে বাৰ্দ্ধক্যই হেঁচি ধৰাত নানান বেমাৰ-আজাৰবোৰ চাপিবলৈ ল'লে। কাঁহৰ লগত তেজৰ চেকুৰা ওলোৱা হ'ল। ডাক্তৰ, কবিৰাজ লগাবলৈ কোনো উপায় নোহোৱা হ'ল। ল'ৰা-ছোৱালী দুটি আনৰ ঘৰত গোলামী খাটি দিয়া টকা-পইচাৰেও ঘৰখনত নোজোৰে। খুৰীয়ে খুজি মাগি আনি বাকী কেইটা ল'ৰা ছোৱালীক মাজে মাজে খুৱায়। মানুহে দেখিব নোৱাৰা হ'ল। কুকুৰৰ দৰে লেই-লেই ছেই-ছেই কৰে। কোনেও কাৰো কাৰণে সাঁচি নথয়। যিহেতু প্ৰত্যেকৰে নিজ নিজ সংসাৰৰ চিন্তা আছে।



বৌদাৰামে অনুতাপ কৰিবলৈকো জনা নাই।

"সংসাৰত বাচি থাকিবলৈ মোৰ আৰু ইচ্ছা নাই। কি লাভ আছে এই সংসাৰত জীয়াই থাকি? ক'তো সুখ-শান্তি পাবলৈ নাই। জনসংখ্যা বেছি হৈ আহিল। খাব ল'বলৈ নোজোৰা হ'ল। বস্তু-বাহানিৰ দাম বাঢ়িল। তেনে সংসাৰ এখনত জীয়াই থকাতকৈ মৰণক সাৱটি লোৱাই শ্ৰেয়।"

কথাবোৰ মোৰ আগতেই কৈছিল এদিন, খুৰা বৌদাৰামে। মই একো উত্তৰ দিয়া নাছিলোঁ। মই মাত্ৰ এইটোকে বুজিছিলোঁ যে তেওঁৰ কোনো অনুশোচনা বা অনুতাপ নাই। এতিয়াও নিজৰ ভুলতো ধৰিব পৰা নাই।

গাঁওখন পাবৰ হ'লহি। কেঁকুৰিটো ঘূৰিলেই পোৱা যাব। মনত বৰ খুতুৰনি। মই খবৰকৈ খোজ দিবলৈ ল'লোঁ।

এনেতে অন্তৰত মৰ্মন্তুদ আঘাট দিব পৰা হুৰাও-ৰাও কান্দোনৰ ৰোল শুনিলোঁ। কাৰ ঘৰত? হয় বৌদাৰাম খুৰাৰ ঘৰতে হয়। উত্তৰ পিনৰপৰা গাঁৱত প্ৰথম সোমালেই বাটৰ কাষতে খুৰাৰ ঘৰটো পোৱা যায়।

মই প্ৰায় দৌৰি-দৌৰি কেতিয়াবাই ঘৰৰ নঙলামুখ পাওঁগৈ। গাঁৱৰ বাটত আৰু নঙলামুখত মানুহবোৰে জুম বান্ধিছে। চোতালতো।

খুৰাৰ সঁচাকৈ মৃত্যু হ'ল। শ্মশানলৈ নিব লগা চাঙৰ ওপৰত শুই নিঃপালি দি পৰি আছে খুৰাৰ প্ৰাণহীন দেহতো। গাঁৱৰ জাতি কুটুম্বই শেষ বাৰৰ কাৰণে চাইছেহি, আটায়ে। কিছুমানে ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিছে। আন কিছুমানে মুখখন ক'লা কৰি আছে। জুম বন্ধা মানুহৰ মাজেৰে কিছুমানে আঁহতৰ পাতেৰে মৃতকক পানী খুৱাবলৈ লৈছে।

"লওক খুৰা, এটোপা পানীকে খাই যাওঁক। আপোনাৰ আত্মাই সদ্‌গতি লাভ কৰক।" আঁহতৰ পাত এখিলা লৈ মৃতকৰ মুখত পানী দি ক'লো মই।

কিছুসময় পিছত মৰিশালিলৈ বুলি চাৰিজন মানুহে চাঙিখন কান্ধত তুলি ল'লে। মৰিশালিলৈ গৈ থাকিল। পাছে পাছে আৰু বহুত মানুহ।

মৰিশালিলৈ মইও গৈছিলোঁ। খুৰাৰ দেহটো চিতাগ্নিত নিৰ্বাপিত হৈ ছাই হৈ যোৱালৈকে দৃশ্যটো একেবাৰে চাই থাকিলোঁ। আজিৰ পৰা ইচ্ছা কৰিলেও খুৰাক আৰু চাবলৈ নেপাম বুলি ভাবি মোৰ কেনেবা কেনেবা লাগিল।

খুৰীৰ কিছুদিন পিছতেই খুৰা বৌদাৰামে মৃত্যু বৰণ কৰি সুখী হ'লগৈ। সংসাৰৰ দুখ যন্ত্ৰণাৰ পৰা চিৰদিনৰ বাবে পৰিত্ৰাণ পালে। কিন্তু তেওঁৰ সন্তান-সন্ততিবোৰৰ! সিহঁতৰ ভৱিষ্যত কি হ'বগৈ বাৰু? ভাবিলেই মূৰটো ইছাত-বিছাত কৰে।

... ... ... ..

কোনোমতে এৰাতি থাকি মই চহৰলৈ ঘূৰি যাবলৈ ওলাইছো। আহিবৰ সময়ত মোৰ খোজবোৰ অতি খৰ আছিল। কিন্তু-আজি আগ-বাঢ়িম বুলি ভাবিলেও খোজ আগবঢ়াব নোৱাৰা হৈছোঁ। গাটো গধুৰ গধুৰ যেন পাইছো। কেতিয়ানো ঘৰগৈ পাম? বাটটোও যে বৰ দীঘল।

—×—

# বানাশ্ৰী

বেশ্বৰী বসুমতাৰী

"ইছ্ চাওঁ চাওঁ নাতিনী—গাভৰু এজনী হ।" —বানাশ্ৰীয়ে ৰঙ্গসিঙৰ সৰু জীয়েক মইনাক মাক ফানছাৰীৰ হাতৰ পৰা দে...ৰ নেদেখাকৈ থাপ মাৰি লৈ নচুৱায়। ফানছাৰীয়েও সহজেই গতাইদি গিৰিয়েকৰ পিনে মিচিকিয়াই হাঁহি মাৰি পাক ঘৰত সোমায়গৈ।

পূৱপিনৰ এল-পেটাৰ্ণ ঘৰৰ বাৰান্দাত বহি গভীৰ মনোযোগেৰে কিবা লিখি থকা ৰঙ্গসিঙেও হঠাৎ আগৰে পৰাই মনপোৱা বানাশ্ৰীৰ মাতত বুকুখন দুৰু-দুৰুকৈ কঁপা যেন পায় ভেবা লাগি চাই থাকিল।

—"আচৰিত হ'ল নেকি?" হাঁহি হাঁহি বানাশ্ৰীয়ে সোধে। —এৰা, ৰঙ্গসিঙ আচলতে আচৰিত হৈছে। কিয়নো ৰঙ্গসিঙ আৰু ফানছাৰীৰ বিয়াখন হৈ যোৱা পাঁচ বছৰ পূৰ্ণ হ'বলৈ মাত্ৰ দুমাহহে বাকী। এতিয়া সিহঁত দুটা সন্তানৰ মাক বাপেকো হ'ল, বিয়াত কাম কৰিবলৈ অহ ৰ নামত এসপ্তাহ থাকি যোৱাৰ পৰা ইমান দিনৰ ভিতৰত বানাশ্ৰীয়ে ৰঙ্গসিঙহঁতৰ চোতালত ভৰি দিয়া নাই। নহয় বুলিলেও একেখন গাঁৱৰে ঘৰটোও দেখা পোৱা দূৰত্বৰ ভিতৰতে। বাটে ঘাটে লগ পালে আৰু কেতিয়াবা তাইহঁতৰ ঘৰলৈ গ'লে ফানছাৰীৰ লগত মাতবোল দিলেও ৰঙ্গসিঙৰ লগত কিন্তু এষাৰো মাত দিয়া নাই বানাশ্ৰীয়ে। গতিকে ৰঙ্গসিঙে ভাবিবলৈ বাধ্য হৈছিল—বানাশ্ৰীয়ে তাৰ ওপৰত বৰকৈ খং ভাব লৈ থাকিল। কিয়নো প্ৰেম ভালপোৱাৰ ওলোটা ৰূপটোহে হ'ল। হিংসা আৰু ঘৃণা। তেনেকুৱা নহ'লেও তাই মনৰ অদম্য হা-হুতাশত নিজকে বিলুপ্ত কৰি ৰাখিবলৈ বিচাৰিছে। ...ক ৰঙ্গসিঙৰ তেনে ধাৰণাৰ লিঙ-লিঙিয়া সুতাডাল যেন ছিঙি ...

বানাশ্ৰী খানছাং পুলিচৰ পেটমোচা জীয়েক আৰু ৰঙ্গসিঙ তাই-হঁতৰ গাঁৱৰে দোকানী এজনৰ জেষ্ঠতম পুত্ৰ। বানাশ্ৰী ৰঙ্গসিঙতকৈ বয়সত অনেক সৰু যদিও গাঁৱৰ সম্বন্ধেৰে তাইক পেহী বুলি মাতে। কিন্তু সম্বন্ধত মাতৃতুল্য হ'লে কি হ'ব? সময়েই কেতিয়াবা সেইবোৰ পাহৰাবলৈ বাধ্য কৰে। সেয়েহে হ'বলা সিহঁতে পৰস্পৰ মিলনৰ ৰঙীন কল্পনাৰে প্ৰেমৰ চাকনৈয়াত পৰি হাবু-ডুবু খাব লগত পৰিছিল। কিন্তু সুযোগৰ অভাৱৰ বাবেই হওঁক বা কপালৰ লিখনৰ বাবেই হওঁক, সিহঁতৰ সপোন দিঠকত পৰিণত নহ'ল। ক'বলৈ গ'লে, ইয়াৰ মূলতে বানাশ্ৰীৰ ভাগ্যকে দোষাৰোপ কৰাৰ বাহিৰে আন কোনো পথ দেখা নেযায়।

সৰুকালত বৰ আলাসত ডাঙৰ হৈ আহিছিল যদিও নিজৰ বিবেচনাতে এতিয়া তাইৰ জীৱনতো হ'ল এটি ছন্দবিহীন কবিতা। তাইৰ দেউতাকে বানাশ্ৰীৰ জন্মৰ বহুত দিন আগতেই পুলিচৰ চাকৰিটো এৰি আহি ঘৰত থাকিবলৈ লয়, পেঞ্চন পোৱাৰ দুৱাৰদলি পাৰহে। কোনো ৰকমে আখৰ চিনি পাব পৰা শিক্ষাখিনি লৈছে যদিও শিক্ষাৰ মূল্য বেচেৰাই বুজি পাইছিল। লিখা পঢ়াৰ ক্ষেত্ৰত কোনো বাধা প্ৰদান কৰা নাছিল। কিন্তু বাধা আৰোপ কৰা হৈছিল বানাশ্ৰীৰ ওপৰত, ছোৱালী বুলি সোনকালে বিয়া দি উলিয়াই পঠোৱা ধাৰণাৰ ক্ষেত্ৰত। তেওঁৰ মতে নাৰীক বেছি শিক্ষা-দীক্ষা দিয়াৰ আৱশ্যক নাই। বিয়া দিয়ালৈকে যি অলপ পঢ়া-শুনা কৰোৱা হয় সেইখিনিয়ে যথেষ্ট হয়। কেৱল পুৰুষ বিলাককহে "দে পঢ়, ভালকৈ পঢ়, শিক্ষিত হ'ব লাগে। ডাঙৰ মানুহ হ'বলৈ যত্ন কৰিব লাগে। গুণী-গিয়ানী হৈ জাতিৰ মান ৰক্ষা কৰিব লাগে।" ইত্যাদি ইত্যাদি কৈ উৎসাহ উদ্দীপনা যোগাইছিল। কিন্তু চেষ্টা নকৰিলে ক'ত হয়? গৈ গৈ অৱশেষত যি আশা কৰা যায় সেইটো নহৈ যি আশা কৰা নাযায় সেইটোহে হোৱাৰ দৰে বানাশ্ৰীয়ে এবাৰতে মেট্ৰিকৰ দেওনা পাৰ হ'ব পৰিলে। কিন্তু শিক্ষাৰ প্ৰতি অসীম আগ্ৰহ থকা দেখিও বাপেকে বানাশ্ৰীক



বিয়া দি উলিয়াই পঠোৱাৰ আশা পৰিত্যাগ কৰা নাছিল। তেওঁৰ মনে বানাশ্ৰীৰ বিয়াখনেই তেওঁৰ একমাত্ৰ এৰাব নোৱাৰা দায়িত্ব। পিছত গাঁৱৰ মানুহৰ বুজনি, ল'ৰা কেইজনৰ আপত্তি আৰু বানাশ্ৰীৰ বিয়াখনেই তেওঁৰ একমাত্ৰ এৰাব নোৱাৰা দায়িত্ব। পিছত গাঁৱৰ মানুহৰ বুজনি, ল'ৰা কেইজনৰ আপত্তি আৰু বানাশ্ৰীৰ কেং-মেং দেখি মনে মনে আছিল যদিও বেচেৰা মৃত্যুৰ আগলৈকে বানাশ্ৰীক বিয়া দিয়াৰ আশা থাকি গৈছিল।

কলেজৰ দুৱাৰমুখ পোৱা বছৰতেই বানাশ্ৰীৰ মাক-বাপেক দুয়োৰে মৃত্যু হয়। লগে লগে ককায়েকহঁতেও বেলেগ বেলেগকৈ খোৱাত তাই কনিষ্ঠতম ককায়েকৰ লগতে থাকে। এয়ে লৈ বানাশ্ৰীৰ আশা ভৰা জীৱনৰ দুৰ্দিনৰ অন্যতম ইংগিত।

মাক-বাপেকৰ মৃত্যুৰ বাটৰ কাঁইট আঁতৰি যোৱাৰ দৰেহে সকাহ পাইছিল বানাশ্ৰীৰ আধাপাগল ককায়েক ৰবীনে। মাক-বাপেকৰ মৃত্যুৰ লগে লগে কোনোদিন স্বাধীনতা নোপোৱা ৰবীনে স্বাধীনতাৰ প্ৰকৃত স্বৰূপটো উদ্‌ঘাটন কৰি দেখুৱালে মদ, জুৱাত ধৰি। ককায়েকৰ স্বাধীনতাৰ প্ৰতিদান হিচাপে বানাশ্ৰীয়ে পালে পঢ়া-শুনাৰ ক্ষেত্ৰত অলেখ যন্ত্ৰনা। বৌয়েক লাবাৰীও সাক্ষাৎ ৰাণীহে যেন। ল'ৰা-ছোৱালীৰ প্ৰতিপালন কৰিব লাগে, স্বভাৱ চৰিত্ৰত চকু দিব লাগে, সংসাৰ চলাব লাগে। ঘৰখনৰ ভৱিষ্যতৰ প্ৰতি লক্ষ্য ৰাখিব লাগে এইবোৰৰ লেখ মাত্ৰও জ্ঞান নাই। পালে খায়, নাপালে লঘোনে থাকে। ভীৰু কিন্তু শান্তি-প্ৰিয়। নিমখ নালাগিলেও ক'লে টান পায়। জলকীয়াৰ জ্বলা নহ'লেও ক'লে টান পায়, খং উঠিলে কিন্তু ল'ৰা ছোৱালীৰ ওপৰতহে ভগা ঢাকিৰ ওপৰত উৰহৰ কোবটো পৰে দেওৰেক বা ননদক্ ও কেৰাহী চকুৰে চায় আৰু অশ্ৰাব্য ভাষাত গালি-গালাজ দিয়ে। কথা-বতৰাত কোনো লেকাম নাই। এনেকুৱা কু-আচৰণ শিক্ষিতা গাভৰু এটিয়েনো সহ্য কৰে কেনেকৈ? কথাত

হ'লে আছে—"ভাল স্বভাৱ পাব লাগিলে নিজৰ স্ত্ৰীৰ স্বভাৱটো আগত ঠিক কৰি ল'ব লাগিব।" কিন্তু বানাশ্ৰীৰ ককায়েক ৰবীনৰ সেইফালে মন-কাণ নাই। অৰ্থাৎ নিজেই ভাল নহয় যেতিয়া ঘৈণীয়েকৰ স্বভাৱ কেনেকৈনো সংশোধন কৰাব? শাস্ত্ৰৰ বাণীমতে—"অপৰিস্কাৰ ছিগা কাপোৰেৰে টেবুল মুচিলে ছিগা কাপোৰৰ ময়লাবোৰহে টেবুলত লাগে।"

বানাশ্ৰীৰ কেতিয়াবা অসহ্য লাগিলে মনে মনে ভাবিছিল—"সিহঁতৰ লগত আৰু তাই নাথাকে। অহাকালিৰ পৰা ডাঙৰ ককায়েকৰ ঘৰতে থাকিবগৈ।" কিন্তু ভবামতে জানো সকলো কাম সিদ্ধি হয়? ইফালে সৰু ককায়েকৰ ভাগিন-ভাগিনীহঁতলৈ মৰম ওপজে। সেয়েহে কেতিয়াবা তাই ভাবে—"বৌয়েক বেয়া বুলি নেওচি গ'লে আৰু বেয়াহে হ'ব। সময়ত সিহঁতে নিজেই বুজি উঠিব।" কিন্তু তাই কেৱল এনেকৈ ভাবিয়েই নাথাকিল। কিন্তু বৌয়েকৰ স্বভাৱে তাইৰ সিদ্ধান্তৰ বাটত হেঙাৰ দি থিয় দিলেহি —"সিহঁতৰ দৰে অকল মাক-বাপেকৰ সম্পত্তি ধ্বংস কৰাই নহয়, নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যত অন্ধকাৰ কৰি শান্তি পোৱা মানুহৰ লগত থকাটো আৰু ভাল নহ'ব; দূৰৰ কোনো এঠাইত কাৰোবাৰ তাত গৈ আশ্ৰয় বিচাৰি হ'লেও পঢ়া-শুনা কৰাটো ভাল হ'ব। কিন্তু নাৰী হৈ অকলে অকলে অচিন ঠাইত গৈ আশ্ৰয় প্ৰাৰ্থী হোৱাটোও ভয়ৰ কথা। কেনেবাকৈ বেয়া মানুহৰ পালত পৰিব লাগিলে সন্মান হানিও হ'ব পাৰে। কেনেবাকৈ আকৌ মৰমিয়াল মানুহৰ হাতত পৰিলেও ঘৈণীয়েকে সতিনী পোৱাৰ ভয়ত কেৰাহি চকুৰে চোৱা আৰম্ভ কৰিব। এনেও নাই তেনেও নাই, মৃত্যুক সাৱটি লোৱাটোৱেই ভাল হ'ব চাগে। কিন্তু আত্মহত্যাও কাপুৰুষৰহে পৰিচায়ক। তেনে কাম সমাজৰ চকুত সদায় ঘৃণনীয়। তেনেহ'লে আত্মহত্যা কৰাটোওতো ভাল নহ'ব। এইবোৰ বানাশ্ৰীৰ লেথাৰি নিছিগা চিন্তাৰ একো



একোটি আঁত। কিন্তু মনতে ভাবে যদিও বানাশ্ৰীৰ মুখত কথাবোৰ ফুটি নুঠে। সেইকাৰণে হ'বলা মানুহৰ অন্যায় আচৰণৰ ছবি অংকণ কৰি, মংগল কামনাৰে আঙুলিয়াই দিয়া গল্প, প্ৰবন্ধ, কবিতাবোৰ অফুৰন্ত ভাবৰ জোৱাৰেৰে বিচৌত হয় লিখক-লিখিকাৰ লিখনিত। কেতিয়াবা সাহস কৰি ভুলবোৰ আঙুলিয়াই দিলেও বেছিকৈহে কথা শুনিব লগাত পৰিছে। পাৰ চৰাইৰ চকুৰ লেখীয়া ফুলটোকে কাপোৰত তুলিব নজনা বৌয়েক লাবাৰী কিন্তু কথা লগোৱাত পাকৈত; যাৰ বাবে ককায়েকে মৰম কৰিলেও মাজে মাজে এটি মাত্ৰ ভনীয়েককে ঘৰৰ পৰা খেদিবলৈকে কুণ্ঠাবোধ কৰা নাই, নিজে আৰ্জি লোৱা সোণ-ৰূপৰ গহনা পাতিবোৰকো কাঢ়ি নি বেচি, মনত অযথা দুখ দি আহিছে। অনেক শিক্ষিত জনা-বুজা মানুহৰ মৰমৰ আৰু সন্মানীয় এজনী হ'লেও বানাশ্ৰী কিন্তু নিজৰ ঘৰতে লাঞ্ছিতা। সেয়েহে বানাশ্ৰীয়ে হয় কাৰোবাৰ মৰম-স্নেহ পাইছে যদিও আন কাৰোবাৰপৰা পাইছে ঘৃণা। সুখ-দুখৰ প্ৰতি ঘৃণা বিতৃষ্ণাই তাইৰ অন্তৰখন ভৰি পৰিছে।

প্ৰাক্-বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হৈ ডিগ্ৰীপাঠ্যক্ৰমত নাম লগাবলৈকে নোৱাৰিলেহেঁতেন বানাশ্ৰীয়ে ৰঙ্গসিঙৰ অনুগ্ৰহ নহ'লে। ৰঙ্গসিঙে ভাবিছিল—বিচাৰি ল'ব জানিলে সাৰি পেলোৱা জাবৰৰ দমতে মুকুতা পাব পাৰি। সেইকাৰণে ডেকা বয়সৰ যৌৱন মদিৰাত মত্ত হৈ মৰমৰ ছলেৰে টকাৰেই আৰম্ভ কৰিছিল বানাশ্ৰীক ভাল পাবলৈ। কিন্তু বানাশ্ৰীয়ে ৰঙ্গসিঙৰ তেনে অভিসন্ধিত কোনো ভু-নাপাইছিল। সেইকাৰণে ৰঙ্গসিঙৰ পৰা ঋণ হিচাপে লোৱা বুলি ধৰি লৈ যোগাৰ পাতি কৰি হ'লেও টকাবোৰ ঘূৰাই দিবলৈ বুলি গৈছিল এদিন বানাশ্ৰীয়ে ৰঙ্গহঁতৰ নিজন-নিতাল ঘৰখনত। ক'বলৈ গ'লে ৰঙ্গসিঙহঁতৰ ঘৰখনত মানুহ নাই বুলিলেও হয়। বাপেক থাকে দোকানত, ভায়েক যায় স্কুললৈ আৰু ঘৰত কেৱল মাকেহে ইটো-সিটো কৰি থাকে। ৰঙ্গসিঙে বানাশ্ৰীৰ টকাখিনি নলৈ কৈছিল—আহি বান্ধি-বাঢ়ি

খুৱাই থাকিলেই দেখোন তোমাৰ ঋণ পৰিশোধ হ'ব। মই হ'লে টকা ঘুৰাই নলওঁ। ৰঙ্গসিঙৰ ভাৱভঙ্গী আগৰপৰাই অলপ ধৰিব পাৰি প্ৰত্যেক্ষভাৱে সুধিবলৈ টান পাইছিল যদিও সিদিনাখন তাই স্পষ্টকৈ সুধিলে—আপুনি মোক মৰম কৰে, নে ভাল পায়, নে মোৰ সতে প্ৰেম কৰিব খোজে। তাৰ উত্তৰ ৰঙ্গসিঙে মুখেৰে দিয়া নাছিল যদিও ইঙ্গিতেৰে যেন কৈছিল—"মই তোমাক মৰমো কৰো, ভালো পাঁও আৰু প্ৰেমো কৰো।" সেইদিনা বানাশ্ৰীয়ে খঙ কৰি ঘূৰি আহিছিল। তথাপি সেইটোৱে আছিল সিহঁতৰ প্ৰেম-ভালপোৱাৰ প্ৰথম নিদৰ্শন।

ক'বলৈ গ'লে বানাশ্ৰীক সহায় কৰিবলৈ যাওঁতেই ৰঙ্গসিঙে বি. এ টো মাত্ৰ পাছ কৰি চাকৰিত সোমাব লগা হ'ল। ৰঙ্গসিঙৰ সহায় আৰু উৎসাহ লৈয়েই বানাশ্ৰীয়েও এম, এ পৰীক্ষাতো সুখ্যাতিৰে উত্তীৰ্ণ হয়। সেইকাৰণে বানাশ্ৰীয়েও প্ৰতিদানত নিজকে ৰঙ্গসিঙৰ হাতত স্ত্ৰী হিচাপে সমৰ্পণ কৰি সুখ-দুখৰ চিৰলগৰীয়া হ'বলৈ বাঞ্ছা কৰিছিল। ৰঙ্গসিঙেও তাকেই আশা কৰিছিল বানাশ্ৰীৰপৰা।

কিন্তু সময় আৰু অৱস্থাই মানুহক অসাধ্যকো সাধন কৰিবলৈ বাধ্য কৰায়। বিয়াত নবহি ঘৰৰ বোজা মূৰত কঢ়িয়াই থকাটো বানাশ্ৰীৰ উদ্দেশ্য নাছিল। কিন্তু মানুহ হেনো পৰিস্থিতিৰ দাস। দাসত্ব স্বীকাৰ নকৰিলে উপায় ক'ত?

এম,এ পাছ কৰিয়েই বানাশ্ৰীয়ে নিজে পঢ়ি যোৱা হায়াৰ ছেকেণ্ডাৰী স্কুলতে সাহিত্যৰ বিষয়-শিক্ষক হিচাপে নিযুক্তি লয়। স্কুলৰ ছাত্ৰ-ছাত্ৰী আৰু নিজৰ ভাগিন-ভাগিনীহঁতৰ লগতে থাকি শান্তি পাবলৈ আশা কৰিছে তাই।

আনফালে সেইসময়ত ৰঙ্গসিঙহঁতেও মাকৰ মৃত্যুৰ পিছত কাম কৰাৰ বাবে তিৰোতা এগৰাকীৰ অভাৱ অনুভৱ কৰে। প্ৰায় প্ৰতিশ্ৰুতিবদ্ধ বুলিয়েই ধৰি লৈ ৰঙ্গসিঙে বানাশ্ৰীক চাবলৈ মানুহ পঠালে,



সময়, বয়স আৰু ধৰ্ম ৰক্ষাৰ্থে। বানাশ্ৰীয়েও ভাবিছিল বিয়াখন সোনকালে হৈ যাওঁক। কিন্তু এখন হাতেৰে কেনেকৈ তাল বাজিব? ককায়েকে ক'লে—"ঘৰৰ এনেকুৱা অৱস্থাক এৰি সুখেৰে সংসাৰ কৰিবলৈহে তোক ইমান লিখা পঢ়া শিকালোনেকি? এইখিনি বুজিবলৈ চেষ্টা নকৰিলে কিহৰ মাষ্টৰণী হ'লা? নে শিক্ষিতা হৈ ল'লা কাৰণে মোক নলগা হ'ল?" কথাবোৰ একে উশাহতে কৈ গ'ল—ৰ'চোন অকল সেয়ে নহয় ওচৰচুবুৰীয়া কিছুমানেও কৈছিল—"এনেকুৱাই ভাই, নাৰী জাতিটো খাই পাত ফলাহে। সেইকাৰণে নাৰীক ইমান শিক্ষা দীক্ষা দি লাভ নাই।" কিছুমানে এইবোৰ কথাৰ সমৰ্থনত যোগ দি কৈছিল—"নহয়নো কি? নাৰী জাতিটোৱে ঘৰখনৰ পৰা কেৱল খহাইহে নিয়ে।" যি সকলে জীয়েক বা বায়েক-ভনীয়েকক যাচিও ৰঙ্গসিঙৰ সন্মতি নাপালে, তেওঁলোকৰো প্ৰতিশোধৰ সোণালী সুযোগ হ'ল। বেছেৰী বানাশ্ৰীয়ে চিন্তা কৰি পাৰ নোপোৱা হ'ল। এফালে নিজৰ জীৱন আনফালে ঘৰখনৰ ভৱিষ্যত। দুই নাওত দুই ভৰি। নিজৰ ভৱিষ্যত সুখৰ কাৰণে বিয়া হ'বলগীয়া ভাগিনী ছোৱালীহঁতৰ অৱস্থাও কম পানীৰ পুখুৰীৰ মাছৰ দৰে হ'বগৈ! ককায়েকৰ অভিশাপতো অভিশপ্তা হ'ব লাগিব। সেইকাৰণে বানাশ্ৰীয়ে ৰঙ্গসিঙক আৰু এবছৰমান বাট চাবলৈ কৈছিল, অন্যান্য প্ৰয়োজনীয় অভাৱ তাই বাহিৰৰ পৰাই দূৰ কৰাৰ কাৰণে চেষ্টা কৰিব, কিন্তু ঘৰৰ কাৰণে কাম কৰা ছোৱালী এজনী সদ্যহতে ৰাখিব লাগে বুলি। এনে সমস্যাত ৰঙ্গসিঙৰ মনটোও হতাশাৰে জৰ্জ্জৰিত হৈছিল। সি বানাশ্ৰীক ক'লে "যি ককায়েকে ভনীয়েকৰ মংগল কামনা নকৰে, তেনে ককায়েকলৈ তোমাৰ ইমান মৰম স্নেহ কিহৰ? মোৰ প্ৰয়োজনত হাত পাতিলেই পাম বুলিহে আজি ইমান দিনে তোমাক মই মোৰ হিয়াত ঠাই দি আহিছো। তুমি ভাবা নেকি, মোৰ হৃদয়ৰ বহুদিনীয়া আশাৰ অংকুৰিত বীজে গজালি নেমেলক? তুমি কি কামনা নকৰা, ইমান দুখ-যন্ত্ৰণা সহ্য কৰি অহাৰ পিছত অকণমান শান্তি? ব'লা আমি আদালতত বিয়া

কৰোগৈ।” সেইসময়ত বানাশ্ৰীয়ে ৰঙ্গসিঙৰ বুকুত মূৰ গুজি কান্দিবৰ মন গৈছিল, কিন্তু নোৱাৰিলে।

অৱশেষত বানাশ্ৰীয়ে নিজৰ আশা-ভৰষা আৰু শোক, তাপ এৰি একগুলিতে তুই চিকাৰ কৰে। বানাশ্ৰীয়ে নিজৰ পচণ্ডমতে ফানছাৰীক চাই আনি দিয়ে ৰঙ্গসিঙৰ কাৰণে। নিজে পিছত কাৰোবাৰ লগত বিয়াত বহে যদি বহিব ন'হলে নাই বুলি ভাবিব। কিন্তু সেয়া মাত্ৰ তুয়োফালৰ সমস্যা সমাধানৰহে উপায় আছিল। ৰঙ্গসিঙৰ বিয়াৰ এবছৰ পিছতেই সিহঁতৰ স্কুলৰ এজন সহপাঠী শিক্ষকক লগত লৈ পাঁচজন মান ডেকাই বানাশ্ৰীৰ বিয়াৰ প্ৰস্তাৱ লৈ অহাত ককায়েকে 'বয়স হ'ল, সময় আহি পৰিল' ইত্যাদি কৈ মান্তি হৈছিল যদিও বানাশ্ৰীয়ে হা না একো নকৰি মৌন হৈ থাকিল। তাই এতিয়া বিয়াত বহিব নে নাই কোনেও সঠিককৈ ক'ব নোৱাৰে।”

সেইকাৰণে আজি নিজৰ ঘৰলৈ অহাত বহুদিনৰ পৰাই দমন কৰি ৰখা কথাবোৰ পৰস্পৰ প্ৰকাশ কৰিবলৈ ধৰিলে। কথাত কথা—ৰঙ্গসিঙে ক'লে—“বিয়াৰ কথা ভবা নাই জানো?”

“তুজনীকৈ পোহপাল দিব পাৰিব জানো আপুনি কেৱল—চাকৰিৰ ধনেৰে?”

বানাশ্ৰীয়ে ৰঙ্গসিঙকেহে পুনৰ প্ৰশ্ন কৰিছিল। প্ৰাণ ধালি হাঁহি মাতি·········।

—×—

# শ্ৰীমতী দুৰ্ল্লাই

হৰিভূষণ ব্ৰহ্ম

মই আজি পৰম আন্তৰিকতাৰে শ্ৰীমতী দুৰ্ল্লাইৰ চুটি জীৱন কাহিনীটো লিখি উলিওৱাৰ দায়িত্ব ভাৰ ল'লোঁ। তিনিটা প্ৰধান কাৰণে এই কাহিনী মোক লিখিবলৈ অনুপ্ৰেৰণা জনালে।

মূলতে গাভৰু শ্ৰীমতী দুৰ্ল্লাইৰ স্বভাৱ চৰিত্ৰ হ'ল বৰ আচৰিত ধৰণৰ। অন্যান্য গাভৰু সকলেও শিকি ল'ব পাৰিলে বড়ো জাতিটো এতিয়ালৈকে উন্নতিৰ চৰম শিখৰত উঠিব পাৰিলেহেঁতেন বুলি মোৰ দৃঢ় বিশ্বাস। ফৰৱাৰ্ড নহ'লেও “ফৰৱাৰ” নতুবা 'পোওৱাৰ' হ'ব পাৰিলেহেতেঁন।

দ্বিতীয়তে শ্ৰীমতী দুৰ্ল্লাইৰ চেহেৰা পাতি সহজেই চকুত লগা বিধৰ। চাওঁতাল, বড়ো তিৰোতাৰে ভৰি পৰা মংগল বৰণীয়া ৰজাৰ সহজে চকুত পৰে। কামৰূপ, দৰং জিলা পাৰ হৈ শদিয়া পৰ্যন্ত বড়ো তিৰোতা সকল যোৱা সৰু ডাঙৰ সকলো হাট-বজাৰতো তাই জাকত জিলিকা হ'ব বুলি মোৰ বিশ্বাস।

শেষত শ্ৰীমতী দুৰ্ল্লাইৰ দৰে ছোৱালীৰ অমূল্য জীৱনীখন লিখাৰ দায়িত্ব মোৰ দৰে লিখকে ল'লে যেতিয়া বানপানীৰ দৰে ওপচাই প্ৰচাৰ কৰা হ'বই পঢ়িবলৈ সময় নেপালেও পিছত তেওঁলোকৰ সন্তান-সন্ততি সকলে পঢ়ি চাব বুলিলেই পূজনীয় সুধীবৃন্দই নিশ্চয় আগতীয়াকৈ কিনি থব। ঘৰৰ কোনত পঘাৰে ওলোমাই ৰখা কাপোৰৰ টোপোলাৰ মাজত নাইবা কঁঠালৰ তক্তাৰে সজা বাকচৰ ভিতৰত। সেইখিনি সময়ত নিগনি নাইবা তেলপোকে নুকুটিলে ভৱিষ্যতে নাতি-পুতি

সকলেও পঢ়িব পাৰিব। সেইটোক পূৱে সূৰ্য্য উঠাৰ দৰে সত্য বুলি বুকুত হাত দি ক'ব পাৰোঁ।

ছুল্লাই গাভৰুৰ নামৰ আগত শ্ৰীমতী বহুৱাটো চকু চৰহা সকলৰ পছন্দ নহ'ব পাৰে। কিন্তু উপায় নাই। ছুল্লাইৰ চেহেৰা-পাতি চাল-চলন, কথা কোৱাৰ ভংগী এই সকলোবোৰলৈ মনযোগ দি চালে আৰু শুনিলেই তেখেত সকলেও ছুল্লাইজনীক শ্ৰীমতী বুলি নক'লে কিবা এটা বৈ যোৱা যেন অনুভৱ কৰিব। তেতিয়াই নিজৰ নিজৰ ভুলৰ কাৰণো সঠিক ভাৱে ধৰিব পাৰিব। বৰ ওখও নহয়, চাপৰো নহয়, চুলিকোচা নচুৰাই-নচুৰাই দিয়া খোজ; দখনা নিপিন্ধিলে আৰু নিজে ফুলবচা কাপোৰ চিলাই নল'লে কোনে ক'ব সিজনীক বড়ো তিৰোতা বুলি। খোজ কাটল আৰু হাতৰ ভংগী বোৰতো সাইলাখ বঙালী তিৰোতাৰ লেখীয়া। মুখৰ গঢ়-গতিও প্ৰায় তেনেকুৱাই। চকুৰ চেলাউৰীবোৰ পাতল নোহোৱা হ'লে চকুজুৰি বহল আৰু উজ্জ্বল চাৰনিৰ বুলি ক'ব পৰা গ'লহেঁতেন। নাকটোও জোঙা বুলিব লাগিব। মাত্ৰ জাতিৰ নাম ৰক্ষাৰ্থে আগতো অলপ ভোটা আৰু চেপেটা, ওঁঠটোও সাধাৰণ ভাৱে মঙহাল। সেইটোও আহি মাত্ৰকে তামোলৰ দোকানৰ পৰা চূণে পাণে তামোল খনি ভালকৈ এবাৰ খাই দিলেই তেজ গোৰা ৰঙটো মেকআপ হৈ যায়। ক'বলৈ গ'লে ছুগালৰ হনু প্ৰয়োজনতকৈ কিছু ওখ নোহোৱা হ'লে বড়ো তিৰোতা বুলি চিনি পোৱাৰ কোনো উপায় নাছিল।

হাট বজাৰত খাৰু-চাৰু অনা বড়ো দোকানীৰ সৈতে বঙালীৰে ফৰ্‌ফৰ্‌কৈ কথা পাতি সেও মনাৰ পৰা তিৰোতা হেনো অকল তাইয়ে। বজাৰত মানুহৰ ভীৰৰ মাজেৰে হেঁচা-ঠেলা কৰি থাকিলে দোকানী বিলাকে মাত লগাবই—“দিদি ভাল শাখা আছে।” উত্তৰো জিভাৰ আগতে- ‘তোমাৰ শাখা আমি নিবেনা। আমাকে ফাঁকি দিবাৰ পাৰবেনা?’ কেনেবাকৈ ওচৰত থকা ভোদা বড়ো ডেকাবোৰে টোপনিৰ



পৰা সাৰ পাই উঠা যেন হৈ তাইৰ পিনে তন্ময় হৈ থাকিব লগা হয় আৰু ভাবিব লগাত পৰে, বড়ো তিৰোতা সকলেও পখিলাৰ দৰে উৰিব পৰা হ'ল।

গাহৰি মাংসৰ বজাৰৰ পিনে এপাক নামাৰিলে সম্পূৰ্ণ বজাৰ কৰা যেন নালাগে ছুল্লাইৰ, কিবা যেন ৰৈ গ'ল, ৰৈ গ'ল ভাব হয়। গাহৰি বজাৰৰ শাৰীত চুলাই মদৰ বটলৰ টোপোলা লৈ আহি একে-লগে বহা বয়সীয়া নাইবা আদবয়সীয়া বড়ো তিৰোতা সকলৰ কিছু-মানক বাইদেউ, কিছুমানক খুৰী বা মাহী আদি সম্বোধনেৰে মাত নিদিয়াকৈ তাই থাকিব নোৱাৰে। সিহঁতেও ছুল্লাইক নেদেখিলে শান্তি নেপায়। দূৰ সম্বন্ধীয় মাহীয়েক ছালোৱেতো মাছ-মঙহ বুলিলে সম্মুখৰ কুৎচিত দাঁত পাৰি উলিয়াই হাঁহো হাঁহোকৈ থকাৰ বাবে বহু পৰলৈকে ওঁঠ ছুটি জাপ নাখায়। লগে লগে হাতখনেও কাৰো নিৰ্দেশলৈ বাট নেচায় টোপোলাটোৰ পিনে আগবাঢ়ি যায়। গাঁৱৰ মুখত ওলাই থকা কুচিয়া মাছৰ মূৰটোৰ দৰে টোপোলাটোৰ মুখতো উজ্জ্বল মূৰটোহে মাত্ৰ জিলিকি উঠে। মহাদেৱৰ জঁটা চুলিৰ পৰা গংগাজল নিগৰি অহাৰ দৰে কুচিয়া মাছৰ সদৃশ সেই মূৰটোৰ পৰাও স্বচ্ছল পানীয় ওলাই আহে ঠাৰি ভগা পিয়লা ওপচাই। সেই সময়ত ছুল্লাই গাভৰুৰ ওঁঠ ছুটিও ফাক হৈ যায় আৰু সেই ফা ৰ মাজত বাহিৰ ওলোৱা দাঁত ছুপাৰি দ্বাৰৰক্ষীৰ দৰে থিয় হৈ থাকে। দাঁত কেইটিয়েও নেজানে, পিছত সিহঁতৰ আকৌ কি হ'বগৈ। সেই সময়ত মাহীয়েক ছালোই কয়—'ল ভাতিজী অকণ মান, ৰ'দৰ তাপখিনি কাটি যাওঁক।'

ছুল্লাই গাভৰুৱেও হাত মেলি কয়—‘পাগলীটো। দিনে-ছুপৰে·····। লগে লগে ঠাৰি ভঙা পিয়লা আৰু ছুল্লাইৰ ওঁঠ যোৰে কি কথা পাতে মই সম্পূৰ্ণকৈ শুনাৰ উপায় নাই। ছুল্লাইয়ে যি কৰে সীমা ৰাখিহে কৰে। স্বচ্ছল পানীয় খিনি টানোতেও চকুৱে সৰিয়হ ফুল দেখা পৰ্য্যন্তহে টানে, ফল লাগি হালি পৰি যোৱালৈকে

নহয়। তাইৰ চকুৰ আগত কাৰোবাক সীমা চেৰাই যোৱা দেখিলে গালিহে পাৰে "নিলাজ ক'ৰবাৰ। বজাৰৰ মাজতে...... । হাৰ্চ্ছা আছে, বড়ো আছে...... ইত্যাদি।" সেইকাৰণে ছুল্লাইক সকলোৱে প্ৰশংসা কৰে। তিৰোতাজনীয়ে সীমা নেচেৰোৱাকৈ খোজ পেলাব জানে।

চিনেমা চোৱাটোৱে হ'ল বজাৰ কৰাৰ শেষৰ কামটো। যিটো কাৰণত ছুল্লাইক সকলোৱে জানে জাতিটোক আগবঢ়াই নিয়াত অগ্ৰণী ভূমিকা ল'ব পৰা একমাত্ৰ তিৰোতা বুলি। অন্য হোজা তিৰোতাৰ দৰে টিকত ল'বলৈ পুৰুষৰ সহায় ল'ব নেলাগে। টিকত বেচা খিৰিকিৰ পিনে আগবঢ়া দেখিলেই সকলোৱে বাট এৰি দিয়ে। কোনোবা ছুষ্ট প্ৰকৃতিৰ ল'ৰাই ভুলতে সম্মুখত আগচি ধৰিলে পুৰস্কাৰ জাতীয় মজাহে পাব—"চকু দেখো না অসভ্য।" বাংলা নাইবা হিন্দী চিনেমাবোৰ গাঁৱৰ পৰা দলে দলে অহা বড়ো গাভৰুবোৰে ভালকৈ বুজি নাপায় বুলি ছুল্লাইয়ে জানে। সেইকাৰণে নিজৰ লগত খাপ খাব পৰাকৈ চিনেমা চলি থকা সময়ত মুখত আঙুলিৰ ঠাৰেৰে পেপা বজাব জনা হলৌ-জপৌ পেন্ট পিন্ধা অন্য ডেকাসকলৰ মাজত বহাটোকে সমীচিন বুলি ভাবে। মাজে মাজে ডেকাবোৰে হাঁহিলে তাইয়ো হাঁহে, হাত চাপৰি মাৰিলে তাইয়ো হাত চাপৰি দিয়ে। ভালকৈ বুজি নেপালেও—ধৰ্মেন্দ্ৰ, জীনত আমন হঁতৰ অভিনয়ক প্ৰশংসা নকৰাকৈ নাথাকে।

চিনেমা শেষ হোৱাৰ লগে লগে গাভৰু ছুল্লাইৰ খবৰ নোলোৱাটোৱে ভাল। চহৰত তাইক চিনি নোপোৱা কোনো নাই। ইচ্ছা কৰিলে টকা-পইচা নাথাকিলেও ৰাতিটো কটাবলৈও ডাঙৰ হোটেলবোৰত ছুল্লাইৰ বাবে দুৱাৰ সদায় খোলা থাকে। বিপদত হাত উজাৰি দিয়া লোকৰো অভাৱ নাই। সেইকাৰণে ৰাতি সাপ-ছাপৰ ভয়ত ঘৰলৈ যোৱাৰ পৰিবৰ্তে মনে মিলা কোনোবা এজনৰ ঘৰলৈকে গৈ মনৰ কথাবোৰ পাতি ৰাতিটো কটাই দিয়াটোকে ভাল পায়। কোনোবাই ঘৰৰ



দুৱাৰে-দুৱাৰে ঘূৰি বিচাৰি গ'লে অজলাহে হ'ব লাগিব, কিয়নো সেইসময়ত ছুল্লাইয়ে আটাইতকৈ ভাল ঘৰ এখনত নিৰাপদে হিয়া দিয়া লোৱা কৰি আছে।

এদিন ছুপৰীয়া। গোঁসাই গাঁৱৰ শ্ৰেষ্ঠ হোটেলত হিন্দীৱালা ছুজন মানৰ লগত কথা পাতি আছে। এটা সময়ত ছুল্লাইয়ে সোধে—"হামাৰকে নিবে?" হিন্দীৱালা কেইজন পাঞ্জাৱী হ'ব পায়। ছুল্লাইৰ প্ৰশ্নৰ উত্তৰ দিয়ে—"ক্যো ন্যাহী, আলব্য লে জায়েংগে।" হিন্দীৱালা-সকল ছুল্লাইৰ পূৰ্বৰে পৰিচিত লোক। আজি সিহঁতে ভুটান মেলালৈ যাব বুলি জানি মনটো উচপিচাই আছে। ঠাই চাব খুজিলে এনেকুৱা পৰিচিত লোকৰ লগতে যোৱাটো ভাল হ'ব বুলি ছুল্লাইয়ে জানে। ডাঙৰ আৰু ভাল কাম কৰিবলৈ গলে একো নজনা বুৰ্বক মাক-বাপেকক নোকোৱাই উচিত বুলি তাই জানে। সেইকাৰণে এইবাৰো ভুটান মেলালৈ যাবলৈ ওলোৱা কথাটো মাক-বাপেকক নজনোৱাটোৱে ভাল হ'ব বুলি ভাবিলে। ছুপৰীয়া বাৰ বজাৰ লগে লগে হোটেলৰ দুৱাৰমুখত ৰোৱা বিৰাট বোজা লোৱা লিলেন ট্ৰাকখন ঘৰ-ঘৰাই উঠিল। সেইসময়ত শ্ৰীমতী ছুল্লাইজনী হিন্দীৱালা সকলৰ মাজত মটৰৰ ভিতৰত। গাড়ীখন বজাৰৰ মাজেৰেই দৌৰিছিল। কিন্তু ছুল্লাইক বজাৰলৈ অহা কোনো বড়ো মানুহে হয়তো নেদেখিছিল। কিয়নো সেইসময়ত ছুল্লাইয়ে নিজৰ কাপোৰখনি মূৰত নলৈ হিন্দী-ৱালাৰ পাগুৰীটোকে সুমুৱাই লৈছিল। বজাৰখন পাৰ হৈ যোৱাৰ লগে লগে পৈণত চালকৰ চালনাত গাড়ীখনে সম্মুখৰ পিনে দ্ৰুত গতিত আগবাঢ়ে বেৰ···বেৰ···বেৰ···বেৰ ··কৈ।

শ্ৰীমতী ছুল্লাইৰ পিচৰ জীৱন কাহিনী জনাৰ উপায় নাছিল। শুনামতে হিন্দীৱালাই শ্ৰীমতী ছুল্লাইক পাঞ্জাব মুলুকলৈ লগত লৈ গৈছে। বিদায়ৰ সময়ত কাৰ চকুত কিমান চকুপানী ওলাইছিল তাক কোনেও ক'ব নোৱাৰে। ৰখাবৰ পৰত বোলে নিজৰ নিজৰ দীঘল দাড়ি আৰু চুলিকোচাত হাত দি হিন্দীৱালা সকলে প্ৰতিশ্ৰুতি

দি কৈ গৈছে—'বহন! তুমহাৰা ছুখকা সময়পৰ হম ল'গ জৰুৰ আয়েংগে।' হিন্দীৱালাসকল আহক বা নাহক শ্ৰীমতী ছুল্লাইৰ দৰে বহল অন্তৰালয়ত চিনাকী অচিনাকী, নিজৰ জাতি-পৰজাতি সকলো ধৰণৰ আলহীৰ যে অভাৱ নহ'ব সেইটো। ছুল্লাইৰ সু-পৰিচিত ব্যক্তি সকলে গম পাব।

ওপৰত উল্লেখ কৰা কথাখিনি সত্য নে অসত্য তাক সঠিক-ভাবে নাজানিলেও শ্ৰীমতী ছুল্লাইয়ে যে পুনৰ ঘৰ আহি নাপালে তাক মই ভালকৈ জানো। আহি পোৱা হ'লে শ্ৰীমতী ছুল্লাইৰ জীৱন কাহিনী সু-শৃংখলিত ভাবে লিখি শেষ কৰিবলৈ নিম্নোলিখিত সমলবোৰ সংগ্ৰহ কৰাৰ ক্ষেত্ৰত ইমান হাবাথুৰি খাব লগা নহ'ল-হেঁতেন।

শ্ৰীমতী ছুল্লাইয়ে লিখা পঢ়া জানিছিল নে নাই সেইবিষয়েও মই খাতাং নহওঁ। যিয়েই নহওঁক কিয়, মোৰ লিখনিটো প্ৰবল বন্যাৰ দৰে চৌদিশে সকলোতে বিস্তৃতভাৱে প্লাৱিত হ'ব যেতিয়া লিখনিটো ছুল্লাইৰ হাততো নিশ্চয় এখিলা পৰিবগৈ। তেতিয়াই নিজৰ জীৱনী সম্পূৰ্ণ কৰিবলৈ প্ৰয়োজনীয় কথাখিনি গোটাই মেলি লিখি পঠাব বুলি নিৰাশাৰে অপেক্ষা কৰা হ'ল। লিখক—শ্ৰীনীলাম্বৰ নাৰ্জ্জাৰী।

—×—

# বাওনা

কাডিন্দ্ৰ স্বৰ্গীয়াৰী

বড়োসকল যে নিজৰ নিজৰ মাজতে হাই-কাজিয়া তথা আত্ম-কলহত মগ্ন হৈ আছে আৰু সকলোৱে একত্ৰিত হ'বলৈ শিকা নাই আজি পুনৰ তাৰেই প্ৰমাণ পালে লাউছুমে। অইনে কি ভাৱে নাজানে, লাউছুমে কিন্তু ভাৱে-জাতি হিচাপে বৰ্ত্তি থাকিব লাগিলে বড়ো সকলৰ চিন্তা কৰিবলগীয়া অনেক কথাই আছে। চিন্তা কৰিব লগীয়া আছে বাবেই বড়োসকলৰ একটা লাগে। বড়ো বিষয়া, শিক্ষক. ডা-ডাঙৰীয়া শিক্ষিত তথা লিখা-পঢ়া জনা ডেকা-গাভৰু সকলৰ মাজতেই যদি পৰস্পৰ বিৰোধী আৰু অমিল হয়, তেন্তে লাউছুমহঁতৰ দৰে নাঙলৰ মুঠিত ধৰি জীৱন নিৰ্বাহ কৰা হোজা মানুহৰ কথা নক'লেও হয়।

কথা হ'ল—জনা বুজা সকলেই ছেদেলি-ভেদেলি হৈ পৰিলে হোজা সকলো ছেদেলি-ভেদেলি হ'বই। তেতিয়া হ'লে-জাতিটো বাচি থকাৰ প্ৰশ্ন নাহে জানো? কিমান বা ছুখ-যন্ত্ৰনা সহ্য কৰি অহাৰ পিছতো যে বড়োসকল সচেতন হ'ব পৰা নাই এয়ে প্ৰমাণ।

যোৱা মাহটোৱে সাধাৰণ নিৰ্বাচনৰ উখল-মাখল অসমত। তেনে-কুৱা উত্তপ্ত পৰিবেশত বড়োসকলে স্বজাতিৰ প্ৰাৰ্থীক জিকাই দিয়াৰ উদ্দেশ্যে ক'ত একত্ৰিত হ'বলৈ শিকিব! বৰং নিজৰ নিজৰ মাজতে হাই-কাজিয়া কৰিবলৈহে লৈছে। আজিৰ ছাত্ৰ-ছাত্ৰী সকলেই জাতিৰ ভৱিষ্যত বংশধৰ যেতিয়া লাউছুমহঁতৰ দৰে আদবয়সীয়া হোজা সকলে সিহঁতক একটা আৰু সু-পথে পৰিচালিত হোৱাটোকে বাঞ্ছা কৰে। কিন্তু……………।

ল'বলগীয়া বস্তুখিনি কিনি-মেলি লৈ বজাৰৰ পৰা ঘূৰি অহা পথত অনেক কিবা-কিবি চিন্তা কৰি আহে লাউছুমে। পিছপিনৰ পৰা কোনোবাই তাৰ নাম কাঢ়ি মাত দিয়া যেন শুনি কিছুসময় বৈ পিছপিনে মুখ দিওঁতেই দেখে কান্ধত মোনা এখন ওলোমাই লৈ সুৰামত্ত হৈ ঢলং-পলংকৈ খোজ পেলাই আহি আছে জৌংগ্ৰাউ মেম্বাৰ। জৌংগ্ৰাউ মেম্বাৰ লাউছুমহঁতৰ গাঁৱৰে। গাঁও পঞ্চায়তলৈ বাৰে বাৰে মেম্বাৰ হৈ আছিল কাৰণে এতিয়াও জৌংগ্ৰাউক মেম্বাৰ বুলি ক'লেই সকলোৱে জানে, চিনি পায়।

দুই তিনিবাৰ মাত দিয়া স্বত্বেও নুশুনা কিনো চিন্তা কৰি আছা, লাউছুম? তালটোকে কৰিব পৰা নাছিলো মই মেম্বাৰবাবু, আপুনি মাত দিওঁতে। পিছে বজাৰৰ পৰা কি আনিলে? নাই হে একো। গাহৰিৰ মাংস মাত্ৰ এসেৰ লৈছো, বলা! আগবঢ়া। কথাখিনি কোৱাৰ লগে লগে মেম্বাৰে লাউছুমৰ একেবাৰে ওচৰত মুখা-মুখি হৈ থিয় দিয়ে। লগে-লগে মদৰ ভেকেতা-ভেকেত গোন্ধটো লাউছুমৰ নাকতে সোমায়। সেই গোন্ধত ওকলি আহিব খোজে লাউছুমৰ। দুয়ো সমান সমান খোজেৰে আগবাঢ়িবলৈ লয় গাঁৱৰ ফালে। সমান বাট হলেও লাউছুমে মাজে মাজে মেম্বৰক জোকাবলৈ লয়।

"আজিনো ক'ৰ পৰা আহিল—মেম্বাৰ বাবু?" ক'দো বৰলৰ বাহত হাত দিয়া যেনহে হ'ল—লাউছুমৰ প্ৰশ্নই। এছোৱা বাট মনে মনেকৈ আহি থকাৰ পিছত এইবাৰ মেম্বৰে একেবাৰে কৈ গল—"নকবা আৰু লাউছুম। তোমালোকেহে এই জৌংগ্ৰাই মেম্বাৰক ভাল নোপোৱা। কিন্তু এই মেম্বৰক দেৱতাৰ দৰে পূজা কৰা আৰু ভাল-পোৱা মানুহৰ অভাৱ নাই। সৌ-সিদিনাহে মাত্ৰ মই চেৰিকাল্চাৰ অফিচৰ পৰা হংলা ভাগিনক. চৰকাৰী অনুদান এটা আনি দিছো। সেইকাৰণেই আজি হংলা ভাগিনে এসেৰ গাহৰি মাংস লৈ সিহঁতৰ ঘৰলৈ মাতি নিছিল। নগদ তিনি কলহ মদ। খাই বৈ বজাৰ আহি পাইছোহে মাত্ৰ, হংলা ভাগিনতো কম নহয়? খাব লাগিলে



একেবাৰে বৰ বেয়া। সেইয়ে ঢেকীয়াবাৰীৰ পিছ পিনে বড়ো তিৰোতা-বোৰে চুলাই মদ বেচে···হে···হে···হে। কথাৰ সুৰে সুৰে হাতেৰেও আও-ভাওবোৰ দেখুৱাই মেম্বাৰে।

"ভোটৰ কামত ঘূৰা নাই নেকি এইবছৰ?"

কিয় নুঘূৰিম, হে ঘূৰিছো। এই অঞ্চলত এই জৌংগ্ৰাউ মেম্বাৰক লগত নিনিয়াকৈ ভোট পাব কোন সি মহাপুৰুষ?" লাউছুমৰ প্ৰশ্নৰ উত্তৰত গৰ্ব কৰি কয় মেম্বাৰে।

"কোন দলৰহৈ ঘূৰিলেনো?"

হে'ৰা, দল-ছলৰ লগত ঘূৰিলে কোনো লাভ নাই। দলে পেটৰ ভাত নিদিয়ে। টকা পালেহে ঘূৰো মই।

তেনেকুৱা কৰাটো জানো ভাল হ'ব? ভালবেয়াৰ লগত মোৰ কোনো সম্বন্ধ নাই দেই লাউছুম। সেইবোৰ মোৰ বিচাৰ কৰিবলগীয়া নহয়। জৌংগ্ৰাউৰ কথাবতৰাত বৰ দুখ পায় লাউছুমে। এনেকৈ অলপ-অচৰপ কায়দা-কৌশল জনা, অলপ চকু মেল খোৱা প্ৰত্যেকজনেই যদি কেৱল নিজৰ পেটৰ কথাহে চিন্তা কৰিবলৈ লয় তেন্তে আমাৰ জাতিৰ সমূহীয়া কামবোৰ কেনেকৈ সমাধা হ'ব বাৰু?

হেৰি নহয় মেম্বাৰ, তেতিয়াহে বজাৰত আমাৰ বড়ো ডেকা সকলৰ মাজত মৰা-মৰি, হাই-কাজিয়া হ'ল তাৰ কিবা সুংসূত্ৰ আ..নি পাইছেনে? লাউছুমৰ প্ৰশ্নত অলপ সময় নীৰৱে থাকি পিছত মেম্বাৰে ক'বলৈ লয়—"এয়া, এইবোৰেইতো ক'বলগীয়া কথা। আমাৰ মাজত সকলো তেনেকুৱাই। আমাৰ ৰাজনৈতিক দল, ছাত্ৰ-সংগঠন, বড়ো সাহিত্য সভা আৰু বড়োসকলৰ বিভিন্ন সংগঠন সমূহৰ চিন্তা ধাৰাৰ মাজতে কাৰো লগত কাৰো মিল নাই। বড়ো ছাত্ৰ সংগঠনৰ কথা নক'লেও হ'ব। সেইকাৰণে লাউছুম, তোমাৰ মোৰ দৰে বাওনা সকলে আকাশৰ তৰা বিচাৰিলে ক'ত লগ পাম?"

জৌংগ্ৰাউৰ কথাত অলপ খোকোজা লাগে লাউছুমৰ। তথাপি উচ্চস্বৰে ক'লে—"কিয় আপোনাৰ দৰে অলপ-অচৰপ জনা বুজা-

সকলে একত্রিত হ'ব নোৱাৰে নেকি?"

হেঃ হেঃ তুমি একেবাৰে অজলা, লাউহুম। পাৰে পাৰে, কিয় নোৱাৰে। কিন্তু আচল কথা তুমি ভবাৰ দৰে কথাবোৰ ইমান পোন নহয়। সেইবোৰ হৈছে ৰাজনৈতিক ক্ষমতা লাভৰ যুঁজ আৰু পৰস্পৰ কাজিয়াহে। জনা বুজা সকলৰ কথাই যদি এনেকুৱা হয় তেন্তে তোমাৰ মোৰ দৰে হোজা সকলে মাত্র জাতি, ভাষা, সাহিত্য, ৰাজ্য বিচাৰি পানীত ডুবি মৰিবা কিয়?

এনেকৈ চিন্তা কৰিলে কিনো হ'ব মেম্বাৰ?

একো নহ'ব। কিন্তু চিন্তা কৰিব লগা আছে। তেতিয়া বজাৰত বড়ো যুৱকসকলে কাজিয়া কৰাৰ ভুলতো এনেকুৱা দলীয় কথালৈহে হৈছে। আমাৰ বোৰেহে এনেকুৱা হয় লাউহুম। অইনক তেনেকুৱা দেখিছা জানো?

আৰু কিবা এটা ক'বলৈ খুজিছিল লাউহুমে। কিন্তু সুবিধাকে নাপালে। তেতিয়া সিহঁত গাঁৱৰ একেবাৰে ওচৰ পাইছিলহি। গাঁৱত সোমাই পোৱা প্ৰথম ঘৰটোৰ পিচতেই মেম্বৰৰ ঘৰ। লাউহুমৰ ঘৰতো হ'ল গাঁৱৰ মাজডোখৰত। নঙলা পাওঁ পাওঁ অৱস্থাত মেম্বৰে মাত লগালে—'মইতো ঘৰ পালোহি লাউহুম। ঘৰত কিন্তু একো নাই ভাই। নহ'লে মাতি নিব পাৰিলোহেঁতেন। তুমি মাত্র এইটোকে জানি ল'বা দ'ল ছলৰ কথা চিন্তা কৰিলে একো লাভ নহয়। যোৱাগৈ তেনেহলে।' লাউহুমৰ উত্তৰলৈ আৰু মেম্বাৰে অপেক্ষা নকৰিলে। আকৌ খোজ দি ঘৰৰফালে সোমাই গ'ল। লাউহুমেও কিবা কিবি চিন্তা কৰি কেতিয়া যে ঘৰ আহি পালে গমকে নাপালে।

ঘৰ আহি পোৱা মাত্রকে একেলগে বহুত মানুহৰ কথা-বতৰা শুনি আচৰিত হয় লাউহুম। মনেমনে ভাবে কোনোবা আলহী আহিছে নেকি?

কান্ধত ওলোমাই লোৱা মোনাখন বাৰান্দাৰ খুটিৰ কাণত আঁৰি থৈ ঘৈণীয়েক মৈবাৰীক মাতিলে। "বৈছুমৈৰ মাক মোনাখন নিয়াহি আৰু মোক ভৰি ধুবলৈ পানী অলপমান দিয়াহি।"



গিৰিয়েকৰ মাত শুনি ঘৈনীয়েক মৈবাৰীয়ে ঘৰৰ ভিতৰৰ পৰাই ডিঙি মেলি চাই পঠিয়ায় আৰু গিৰিয়েক লাউহুমৰ ফালে চাই ঘৰৰ ভিতৰত থকা কাৰোবাৰ উদ্দেশ্যে কয়—

"সৌৱা ভিনিয়েক বজাৰৰ পৰা আহি পালেহি" কথাখিনি কৈয়েই মৈবাৰীয়ে ঘৰৰপৰা বাহিৰলৈ ওলাই আহে। মৈবাৰী ওলাই অহাৰ পিচে-পিচেই বেৰণাঝাৰৰ লাঠায়ো ওলাই আহি লাউহুমক মাত লগায় —"ভিনিহিক আহিব আহিব বুলি বাট চাই আছিলোঁ আমি। মদখিনি ছাই হৈ গ'ল। ছাই হলেও অলপ অলপ খাওঁকহি"

নালাগে-নালাগে। মই মদ কোনো দিন খোৱা নাই। তই খা, মই একো বেয়া নেপাওঁ। হ'বদে, তেনেহলে। বেয়া নেপাব আৰু কথাখিনি কৈ শেষ নহওঁতেই ঘৰৰ ভিতৰত পুণৰ সোমাই গ'ল লাঠা। মৈবাৰীহঁতৰ গাঁও বেৰণাঝাৰৰ গাঁওবুঢ়াৰ কনিষ্ঠ-পুতেক লাঠা। বাপেক গাঁওবুঢ়াৰ মৃত্যু হোৱা তিনি বছৰ মান হ'ল কিজানি। বাপেক গাঁওবুঢ়া, ঘৰখন জয়-জয় ময়-ময় আছিল। এতিয়া কিন্তু একেবাৰে পৰি গ'ল।

বাহিৰা ঘৰৰ উত্তৰ পিনে বেৰত চাইকেল চাৰিখন আউজাই থোৱা আছে। চাইকেল চাৰিখনৰ কেৰিয়াৰত জাপ জাপ কাগজ কিছুমান আছে। সেই কাগজবোৰ দেখি বুজিবলৈ বাকী নাথাকিল যে সিহঁতে এনেই আলহী খাবলৈ অহা নাই, নিৰ্বাচনৰ কামতহে ঘূৰিছে। নিৰ্বাচনত ঘূৰা মানুহবোৰেনো এনেকৈ মদ পানী খাই......।

হেৰি বৈছুমৈৰ দেউতাক, ভৰি ধোৱকহি।" হ'ক নহ'ক কিবা কিবি চিন্তা কৰি সি যে চোতালত থৰ হৈ থিয় হৈ আছে সেইটো মৈবাৰীৰ মাত শুনিহে তৎপোৱা দি পালে। মৈবাৰীক মাত লগাই লাঠাই লাউহুমৰ কাষ চাপি ক'লে—

যাওঁকগৈ ভিনিহি। ভোটৰ দিনতো আহি পালেই নিজৰটো নাপাহৰিব আৰু'।

হ'বদে ! কওঁ নকওঁকৈ ছুটিকৈ ক'লে লাউহুমে লাথাইঁত চাৰিজনেই আছিল। কোনদলৰ হৈ লাথাইঁত নিৰ্বাচনত ঘূৰিছে লাউহুমে নুসুধিলে। সুধিব লগা বুলিও নাভাবিলে। নিজৰ জাতিৰ ভাষা, সংস্কৃতিৰ উন্নতিৰ কল্লে কাম কৰিবলগা এইসময়ত বড়ো সকলে যে কিয় ইমান পিছ পৰি আছে, পিছ পৰি গ'ল তাকে চিন্তা কৰি পাৰ নোপোৱা যেন পালে লাউহুমে। আজি লাউহুমৰ তেতিয়া জৌংব্লাউ মেম্বাৰে কোৱা কথা এবাৰ বাৰে বাৰে মনত পৰিছে। "তোমাৰ মোৰ দৰে বাওনাই আকাশৰ তৰালৈ হাত মেলিলে জানো পাব পাৰি ?"

কেইদিনমান আগতে লাউহুমে গাঁৱৰ মেল এখনত বুকু ডাঠি কৈছিল—'শিক্ষিত সকলোবে মাজতে আজিলৈকে আমি একটা নেদেখিলোঁ। জাতিৰ বিপদ-আপদ আৰু সমস্যাৰ সময় বুলি কেৱল ভোটৰ কাৰণেহে সিহঁতে আমাৰ ওচৰলৈ আহে। আমাৰ দৰে নিঠকৱা হালোৱা হোজাসকলো, জাতিৰ অলপো চিন্তা নকৰো বুলি নেতাসকলে ভাবে। সেইকাৰণে আমাৰ গাঁৱৰ ৰাইজে·········।''

লাউহুমে এই পৰ্যন্ত কোৱাৰ লগে লগে গাঁৱৰ সভাপতি নাৰথৌয়ে লাউহুমক বহিবলৈ দি কয়—হৈছে দে লাউহুম, বহ। তোৰ কথাবোৰ দেখোন কিবা বাওনা হৈ আকাশৰ তৰালৈ হাত মেলা যেন হৈছে। হেঃ হেঃ হেঃ।

"সভাপতি নাৰখৌৰ হাঁহিত মেলত উপস্থিত হোৱা সকলোৱে সমৰ্থন দিলত হাঁহিলে—হাঃ হাঃ হাঃ হাঃ।"

লাউহুমে চোতালত থিয় হৈ সি আকাশৰ এটি কোণলৈ চাই ভাবিলে নাৰখৌ আৰু জৌংব্লাউয়ে কোৱাৰ দৰে মই তেনেহলে সঁচা সঁচিকৈ এজন বাওনাহে ?

— × —

# জাতিৰ কলংক

মংগলসিং হাজোৱাৰী

সেইদিনা আছিল শুক্ৰবাৰ। বতৰ ডাৱৰীয়া। বৰষুণৰ লগতে ফিৰ-ফিৰীয়া বতাহ বলিছে। বিলিশ্ৰনে গাঁৱৰ ওচৰতে বল্লমগুৰী বজাৰত নেমু টেঙা বেচিবলৈ গৈ নেমুবোৰ ভাগ ভাগ কৰি লৈ জুপুকা লাগি বহি আছে। এতিয়ালৈকে তিনি ভাগ মানহে বেচিব পাৰিছে। বাতিপুৱাতেই নাখাই নবৈ ওলাই গৈছে বিলিশ্ৰন। ওচৰতে বড়ো তিৰোতাবোৰে খোলা চাপৰি আৰু কলহৰ মুখত দিয়া পিঠা কৰিবলৈ লৈছে।

জেপত হাত ভৰাই সি পইচা কেইটাৰ হিচাপ কৰি চায়। তিনিভাগ নেমু বেচা মুঠ পয়সত্তৰ পইচাহে আছে। পইচা কেইটা হাতৰ তলুৱাত মুঠা মাৰি লৈ কিবা ভাবি থাকে। ঘৰত মাজু ল'ৰা ৰূপাৰামৰ জ্বৰ। তাকে ঘৰত থৈ দুয়ো স্বামী-স্ত্ৰী বজাৰলৈ আহিছে। ঘৈণীয়েক ৰায়শ্ৰীয়ে শুকান নিছলামাছ আৰু বাঢ়নী কেইটামান বেচিবলৈ আনিছে। সি ভাবে আমি যেনিবা পিঠা এখন এখনকৈ খাই পেটক সান্তনা দিলোঁ, কিন্তু ৰূপাৰাম, ৰূপাৰামে জ্বৰত ভুগি আছে। বেমাৰ কি হৈছে, ডাক্তৰক দেখুওঁৱা হোৱা নাই। দুদিনমান জ্বৰ এৰে, আকৌ আৰম্ভ হয়। এপিনে গাঁৱৰ কোনেও বিলিশ্ৰনৰ চোতাল-নগচকে। সেইকাৰণে কবিৰাজকো আনিব পৰা নাই। ডেকাকালৰ পৰাই বড়োৰ কাৰণে সুকীয়া ৰাজ্যৰ দাবীত কৰা আন্দোলনত নিজকে জাহ দিয়া বিলিশ্ৰন আজি জাতিদ্ৰোহী বুলি খ্যাত। অঞ্চলৰ মানুহে বিলিশ্ৰনক বেলেগ দৃষ্টিৰে নজৰ দিয়ে। গাঁৱৰ গাওঁবুঢ়াইয়ো সকলোকে সাৱধান-

বাণী শুনাই থৈছে—"কোনোবাই বিলিশ্ৰনৰ চোতালত ভৰি দিলেই গাঁৱৰপৰা এঘৰীয়া কৰি বাহিৰ কৰি দিয়া হ'ব। সেইকাৰণে গাঁৱৰ সকলো মানুহ সজাগ। কোনেও তাৰ ঘৰলৈ নেযায়।"

মাজে মাজে সি আঁতৰত গৈ বহি থাকে, ঘৈণীয়েক ৰায়শ্ৰীৰ পিনে চাই। অন্যান্য বহুত তিৰোতাৰ মাজত থাকি ৰায়শ্ৰীয়ে কেঁচুৱা-টোক নিচুকাবলৈ লৈছে। অইন তিৰোতাই হাঁহি মাতি শুকান মাছ, শুকান নিছলা, শাক-পাচলি আদি বেচিবলৈ লৈছে। কিছুমানে ভঙা ভঙা অসমীয়াৰে ক'বলৈ ধৰিছে—"ঐ হাৰ্হা ঐ। কিছুমানে ঐ। আমাৰটা কম দাম আছে ঐ।" কিছুমানে আকৌ পাণ-তামোল খাই ওঁঠ ৰাঙলী কৰিছে, বিড়ি হুপি-হুপি হাঁহি খিকিন্দালি পাৰিছে। কাউৰীৰ দৰে হাই-উৰুমি কৰিছে।

ৰায়শ্ৰীৰ কিন্তু মুখখন ক'লা হৈছে। গভীৰমনে কেঁচুৱা নিচুকুৰাত ব্যস্ত। বিলিশ্ৰনে ঘৈণীয়েক ৰায়শ্ৰীৰ পিনে থৰ লাগি চাই ভাবিছে। কিবা চিন্তা কৰিছে ৰায়শ্ৰীয়ে। তিনিদিন হ'লে লঘোণে থকা। সেই-কাৰণে আজি বস্তু বেচি ভাত এসাজ পেট পুৰাই খাবলৈ ইচ্ছা কৰিছিল বিলিশ্ৰনহঁতে। গোটেই বাটচোৰাত সেইকথাকে দুয়ো আলোচনা কৰি আহিছিল। কিন্তু সিদিনাখন বজাৰত মানুহ তেনেই পাতলীয়া আছিল।

"হ'ব পাৰে আজি বতৰ গৰম, সেই বুলি মোৰ কাৰণে দিনটোও বেয়া হ'ল নেকি? "ভাবে বিলিশ্ৰনে মনে মনে। আজিৰ দৰে এনেকুৱা নাতিশীতোষ্ণ আৰু কুহুমীয়া বতাহ জীৱনত বহুত চলিছে। সেইবোৰ ঘটনাই তাৰ অন্তৰত মচিব নোৱাৰাকৈ সাঁচ বহুৱাই থৈ গৈছে।"

তিনিমাহ মাথোন হ'ল। বিলিশ্ৰনৰ ডাঙৰ ল'ৰা জৈৰাম এই সংসাৰৰপৰা চিৰদিনৰ বাবে বিদায় লৈ যোৱা। জৈৰাম বৰ টান অসুখত পৰিছিল। ডাক্তৰক দেখুৱাব নোৱাৰি গাঁওবুঢ়াৰ ওজাক মাতি আনিবলৈ ৰায়শ্ৰীয়ে গিৰিয়েক বিলিশ্ৰনক বাৰে বাৰে কৈছিল। বিলিশ্ৰনে



জৈৰামক কোলাত লৈ মূৰত হাত বুলাই বুলাই থোকা থুকি মাতেৰে কৈছিল—"আমাৰ ঘৰলৈ কোন ওজা আহিব ৰায়শ্ৰী? আমি যে গাঁৱৰপৰা এঘৰীয়া।"

"কিন্তু পুত্ৰ জৈৰামৰ এনে লেৰেলি যোৱা চেহেৰাটো আমি কেনেকৈ চাই থাকো বাৰু?"

"উপায় নাই।" হুমুনিয়াহ কাঢ়ি কয় বিলিশ্ৰনে। তেতিয়া জৈৰাম গভীৰভাৱে নিদ্ৰামগ্ন। কোনো সাৰ সুৰ নাই। গিৰিয়েক-ঘৈণীয়েক দুয়োৰে শেঁতা পৰা মুখ। কিছুসময়ৰ বাবে কাৰো মুখত মাত নাই। দুয়ো দুয়োৰে মুখলৈ চোৱা চুই কৰাৰ বাহিৰে সিহঁতৰ আন একো উপায় নাছিল।

সন্ধ্যাৰপৰা লাহে লাহে নিশা গভীৰ হ'ল। পানীটোপাৰ বাহিৰে জৈৰামৰ মুখত আন একো পৰা নাই। নিশা গভীৰ হোৱাৰ লগে লগে পৰিৱেশটো বৰ নিজম নিতাল হৈ পৰিল।

হঠাৎ তাৰ মাজতে জৈৰামে বকিবলৈ লৈছে—"দেউতা! তোমাক মানুহবোৰে কিয় বংশৰ কলংক বুলি কয়। আমাক মানুহে কিয় ভাল নেপায়? আমাৰ ঘৰত কোনেও নোসোমায়হি কিয়? নুমলীয়াবিলাকে আমাৰ লগত কিয় নেখেলে? দেউতা, মোৰ এটি অনুৰোধ, তুমি জাতিৰ কলংক নহ'বা। তুমি সৎ পথেৰে খোজ পেলাবা। আই ঐ পানী......" বিলিশ্ৰনে জৈৰামক বুকুত সাৱটি লৈ কান্দিবলৈ লয়।

হুৰাওৰাওকৈ ৰায়শ্ৰীয়ে চকুপানী টুকি পানী আনিবলৈ বুলি ঘপকৈ উঠি যায়। প্ৰায় দৌৰি দৌৰি গৈ এঘটি পানী আনি জৈৰামক জগায়। কিন্তু জৈৰামে জাপ খোৱা চকু আৰু দুনাই নেমেলিলে। সি গভীৰ টোপনিত লালকাল হ'ল। বিলিশ্ৰন আৰু ৰায়শ্ৰীয়ে তাক পুনৰ জগাব নোৱাৰিলে। মাথো দুয়ো পাৰে মানে কান্দিলে। মাজ-নিশাৰ নিস্তব্ধতা ভাঙি গোটেই গাঁওখনে শুনাকৈ চিঞৰি চিঞৰি কান্দিলে ৰায়শ্ৰীয়ে। কিন্তু কান্দিলেতো চিৰদিনৰ বাবে নিদ্ৰা যোৱা

মানুহক আৰু জগাব নোৱাৰে। কান্দি কান্দি চকু উখহাই দিলে সিহঁতে। অজানিতে দুয়ো টোপনিত ঢলি পৰিল।

ৰাতি নৌপুৱাওঁতেই কোনেও গম নোপোৱাকৈ বিলিশ্ৰনে জৈৰামৰ শৱদেহটো মৰিশালীত পুতি থ'বলৈ বুলি লৈ গ'ল। লগত ৰায়শ্ৰীও যাবলৈ ওলোৱাত বিলিশ্ৰনে কৈছিল—"শৱদেহ নিয়াৰ সময়ত মৰিশালীলৈ কোনো তিৰোতা মানুহ লগত যাব নাপায়। তই থাক। মই অকলে গৈ পুতি থৈ আহোঁগৈ। মানুহে আমাক আৰু সমাজ বিৰোধী বুলিহে ক'ব।"

ৰায়শ্ৰীয়ে কিন্তু উত্তৰ দিছিল এনেকৈ—"আমাক সমাজ বিৰোধী বুলি ক'বলৈ আৰুনো ক'ত বাকী থাকিল? জাতিৰ কলংক বুলি ক'বলৈ আমাক ক'ত এৰিছে? আমাৰ অন্তৰৰ এষাৰ কথা শুনিবলৈ কোনোবা প্ৰস্তুতনে? আমাক বিপদত কোনে মাত দিছেহি? এই সমাজৰপৰা তুমি কি পালা? আজি মৰাশ পেলাবলৈ কোন আহিছে?" ৰায়শ্ৰীয়ে আৰু কিবা কিবি ক'ব খুজিছিল। কিন্তু দুখ শোকে হেঁচি ধৰাত আৰু ক'ব নোৱাৰিলে। কেৱল চিঞৰি কান্দি থাকিল।

"আৰু নক'বি ৰায়শ্ৰী! আৰু নকবি—ব'ল!" শ-দেহতো কোলাত লৈ লাহে লাহে শ্মশানলৈ আগবাঢ়ে বিলিশ্ৰনে। কোদাল এখন হাতত লৈ ৰায়শ্ৰীও পাছে পাছে যায়। দুয়ো গধুৰ মনেৰে শৱদেহটো পুতি থয়গৈ।

ঘৰলৈ আহি সেই দিনাখনেই দুয়ো উদ্ধাৰৰ কাম সমাপন কৰিলে। আজিও জ্বৰত পৰি থকা ৰূপাৰামৰ কথা চিন্তা কৰি মনত খুদুৱনি লাগি আছে ৰায়শ্ৰীৰ। ঘৰত কোনো ডাঙৰ মানুহ নাই। জ্বৰ সিমান টান নহয় যদিও মনটো তাইৰ কেংকেঙাই আছে। হঠাৎ কিবা এটি ঘটি গ'লে, ভাবি থাকে ৰায়শ্ৰীয়ে। কোলাত কেঁচুৱা থকাৰ কাৰণে লগত নিয়াটো কষ্টকৰ হ'ল বুলি কোৱা শুনি গিৰিয়েক বিলিশ্ৰনে কৈছিল—"সি থাকক বাৰু। তাৰ এনেকুৱাই। নমৰেও নিজিয়েও। মই চিঙা লেবুখিনি বেচি থৈ আহোঁগৈ। তইও শুকান নিছলা মাছ আৰু বাঢ়নী কেইটা বেচা হ'লে চাউল অলপ কিনি পিছত আহিবি বাৰু।' এনেকৈ দুয়ো ঘৰতে আলোচনা কৰি লৈছিল। ৰায়শ্ৰীয়ে বোকোচাত কেঁচুৱা লৈছে। বিলিশ্ৰনে টোকান এডালৰ এমূৰে লেবুৰ টোপোলা আনটো মূৰত বাঢ়নীৰ বোজা লৈ বজাৰৰ পিনে গতি কৰে। ৰায়শ্ৰীও হাতত শুকান নিছলা মাছৰ টোপোলাটো লৈ গিৰিয়েকৰ পাছে পাছে গৈ থাকে।



বজাৰ গৈ পালত ৰায়শ্ৰীয়ে বাঢ়নীৰ বোজা আৰু শুকান নিছলা মাছৰ টোপোলাটো লৈ বিলিশ্ৰনৰ অলপ আঁতৰত অইন তিৰোতাৰ মাজত বহি পৰে। মানুহৰ সমাগম ক্ৰমান্বয়ে বেছি হৈ আহে। কিন্তু কিনোতা কোনো নাই। পিছত উপায় নেদেখি বাঢ়নী আৰু নিছলাখিনি পাইকাৰী এজনৰ তাত বিক্ৰী কৰি অলপ চাউল আৰু দুটামান ঔষধৰ বড়িলৈ ঘৰৰ পিনে বেগায় খোজ লয়। বিলিশ্ৰনেও নেমুৰ প্ৰায়ভাগ বেচিব পাৰিলে যদিও আৰু অলপ বাকী আছে। বহি থাকিবলৈ আমনি লগাত টোকান ডালৰ ওপৰতে ভেঁজা দি থিয় হৈ থাকোতে দুজনমান ডেকাল'ৰাই নেমুৰ দাম সোধেহি। "ভাগত পঁচিশ পইচাহে মাত্ৰ বাবুসকল বুলি বিলিশ্ৰনে উত্তৰ দিয়ে।"

"তিনিটাকৈ মাত্ৰ নেমু, তাতেই পঁচিশ পইচানে? ডেকাবোৰৰ মাজেৰে জয়লাৰাম নামৰ এজনে খঙভাৱেৰে সোধে।

"ধেৎ, জাতিৰ কলংক এজনৰপৰা নেমু নিকিনিবি আহ।" বিফুদ্ৰা নামৰ অইন এজনে জয়লাৰামক টানি-টুনি লৈ যায়।

"ঐ বাবুসকল, নিকিনা নিকিনা আপত্তি নাই। কিন্তু এনে তিতা কেঁহা মাত নুশুনাবা দেই মোক! যোৱাগৈ"।

"যাম? যাবলৈকে কৈছ আমাক? কংগ্ৰেছী?" জোগদাও কোঁৱৰে বিলিশ্ৰনৰ সন্মুখা সন্মুখি থিয় হৈ কয়।

কংগ্ৰেছী বুলি কওঁতেই বিলিশ্ৰনৰ খঙে টিঙেচীয়া লগালে অন্তৰত। অন্য কথা সহ্য কৰিব পাৰে কিন্তু কংগ্ৰেছী বুলি ক'লে তাৰ খঙে চুলিৰ আগ পায়গৈ। সহ্য কৰিব নোৱাৰে সি লৈ থকা লাঠিৰে

খুন্দিয়াই দিবলৈ ওলোৱাত জয়লাৰাম আৰু থিকুল্‌গাই থাপ মাৰি ধৰে। তাৰপিছত লাঠিডাল কাঢ়ি লৈ যি যেনেকৈ পাৰে কোবাবলৈ ল'লে। কোনোবা কোনোবাই কিলাবলৈ লয়। জীগদাও কোঁৱৰে ওচৰৰে পঢ়াশালীৰপৰা এমথা ছাত্ৰ মাতি আনি বিলিশ্ৰনৰ ডিঙিত জোতা-চেণ্ডেল ওলোমাই আগৰ আখেজৰ প্ৰতিশোধ লয়। ঘটনাটো হঠাৎ ক'ৰ পৰা কেনেকৈ কি হ'ল বিলিশ্ৰনে টলকিবই নোৱাৰিলে।

বিলিশ্ৰনক পাৰে মানে কোবাই, তাৰ নেমুবোৰ যিয়ে যেনেকৈ পাৰে নি, তাক ককাঁলত ৰছীৰে বান্ধি "অৰগেং ডেকা" নামৰ লজিং-ঘৰ এটালৈ লৈ গ'ল। গোটেই বাটতে তাক লাঠিৰে কোবায়, কিল ভুকু মাৰে। পিছৰপৰা কঁকালত লঠিয়াই উবুৰাই পেলালে। বিলিশ্ৰনৰ মুখ, নাক, কাণ আৰু কপালৰপৰা তেজৰ চেকুঁৱা ওলাল। উবুৰি হৈ মাজে মাজে উশাহ-নিশাহ বন্ধ হোৱা যেন অনুভৱ কৰিলে। ডেকাবোৰে অট্ট হাঁহি মাৰিব ধৰিলে। ওচৰৰ খালৰপৰা বৰষুণৰ জমা হোৱা পানী আনি তাৰ মূৰত ঢালি দিয়ে অলপ তৎ আহক বুলি। বিলিশ্ৰনৰ কিছু তৎ আহে। কিন্তু অলপ পিছতে তাৰ দেহৰ ওপৰত ডাঙৰ শিলৰ কোব পৰে। ডেকাহঁতে জয়ধ্বনি দিলে।

"বংশৰ কলংক—শেষ হওঁক!

জাতিদ্ৰোহী—শেষ হওঁক।"

'অৰগেং ডেকা'ৰপৰা নি গছ এডালত বান্ধি থ'লে জয়লাৰামে বিলিশ্ৰনক। ওচৰে পাজৰে যিমান পুৰণি জোতা চেণ্ডেল পোৱা যায় সেইসোপাকে আনি বিলিশ্ৰনৰ ডিঙিত পিন্ধোৱা হ'ল। তাৰপিচত 'অৰগেং ডেকা'ৰপৰা শোভাযাত্ৰা কৰি বিলিশ্ৰনক টানি-টুনি লৈ ফুৰিলে। পি-ডব্লিউ ডি বাটেৰে। গোটেই বাটতে কেৱল জয়ধ্বনি। বিলিশ্ৰনে চকুপানীৰে, সৰ্বদেহত তেজৰ চেকুঁৱা লৈ শোভাযাত্ৰাৰ লগত ঘূৰিবলৈ বাধ্য হ'ল। ক্ৰমে ক্ৰমে তাৰ মনত পৰে পুৰণি ঘটনাবোৰ।

এদিনৰ কথা। পি, টি, চি, এৰ আহ্বান ক্ৰমে ৰাইজে ভোট বৰ্জনৰ সিদ্ধান্ত লৈছে। ৰাতিপুৱা সাত বজাৰ লগে লগে বিলিশ্ৰনে



দল এটি লৈ গৈ বড়ো বজাৰৰ ওচৰৰ ব'ৰিপাবা প্ৰাথমিক বিদ্যালয়ত ভোট বৰ্জন কৰিবলৈ আগুৱাই গৈছিল। ভোট কেন্দ্ৰৰ ওচৰত থাকি স্বেচ্ছাসেৱক বাহিনীক চলাইছিল পিকেটিং কৰিবলৈ। দলে দলে আগুৱাই গৈ থাকোঁতে ভোট বৰ্জন কৰাৰ অপৰাধত বন্দী হৈ যাব লগাত পৰিছিল হাজোতলৈ। দল একত্ৰিত কৰি যোৱা পিকেটাৰ-সকলক যেতিয়া এৰেষ্ট কৰে তেতিয়া কি কৰিম কি নকৰিম হৈছিল বিলিশ্ৰনৰ। হঠাৎ সি এটা সিদ্ধান্ত ল'লে। চাৰিজন ভলন্টিয়াৰ লৈ সি শ্লোগান দি ভোট কেন্দ্ৰৰ ভিতৰত প্ৰৱেশ কৰিলে। বেলট পেপাৰ কিছুমান বুটলি লৈ বাহিৰত পেলাই দিলে। ঘৰৰ ভিতৰত পুলিচ, চি, আৰ, পিৰ লগত টনা আজোৰা। মানুহৰ হেঁচা-ঠেলা আৰু হাই-উৰুমিৰ মাজতে ভোটৰ বাকচ এটি ক'ত অন্তৰ্ধান হ'লগৈ কোনেও টলকিব নোৱাৰিলে। বিলিশ্ৰনো তৎক্ষণাৎ ক'ত হেৰুৱাই গ'ল কোনেও ততকে নেপালে। তাৰ বাহিৰে বাকীবোৰ ধৰা পৰিল। লগে লগে সিহঁতক হাজোতলৈ চালান দিয়া হ'ল।

তাৰ পিছৰপৰাই বিলিশ্ৰনৰ ঘৰত পুলিচ, চি, আৰ, পিৰ লানি নিছগা সোঁত বৱলৈ ধৰিলে। কেতিয়াবা মাজ ৰাতি, কেতিয়াবা পুৱঁতি নিশা পুলিচবিলাকে ৰায়শ্ৰীক জগাই তোলে। সোধে বিলিশ্ৰন ক'লৈ গৈছে। কেতিয়াবা ভয় দেখুৱায়। দেখা মাত্ৰকে গুলি কৰাৰ হুকুম হ'ল। থানাত গৈ আত্ম সমৰ্পণ কৰক বুলি ৰায়শ্ৰীৰ আগত কৈ যায়। ৰায়শ্ৰীৰ অন্তৰত ভয় ভাব সোমায়।

তিনি মাহ মান পলাই থকাৰ পিছত গাঁৱৰ চকু চৰহাসকলৰ ইংগিতত বিলিশ্ৰন এদিন ধৰা পৰে। থানালৈ নি পুলিচবিলাকে তাক পাৰে মানে শাস্তি দিলে। হাত ভৰি বান্ধি চোৰক কোবোৱাৰ দৰে, ভোটৰ বাকচ লুকাই থোৱাৰ বিষয়ে জেৰা কৰি শাস্তি দিবলৈ আৰম্ভ কৰিলে। সেই অপৰাধত বিলিশ্ৰনে তিনিবছৰ কাৰাবৰণ কৰিব-লগীয়া হ'ল।

বিলিশ্ৰনে জেলত থকাৰ সময়ত ৰায়শ্ৰীৰ পক্ষে ঘৰ-সংসাৰ চলোৱাত

যথেষ্ট অসুবিধা হৈছিল। ঘৰখনত পুৰুষ মানুহ নাই। খেতিৰ মাটি পাঁচ বিঘাকো গিৰিয়েকৰ মামলাৰ কাৰণে বন্ধকত থ'ব লগা হ'ল। ওচৰ চুবুৰীয়া ধনী-মানী বড়ো মহাজনৰ তাত গৈ টকা-চাউল আদি ধাৰে খোজে। কোনোবাই দিয়ে, কোনোবাই নিদিয়ে, কেটেৰা মাত শুনায়। এইদৰে খুজি মাগি ৰায়শ্ৰীয়ে চিন্তা কৰি চালে যে বেলেগৰ ওচৰত আৰু কিমান হাত পাতি দিন কটাব। এই বিপদৰ সময়ত হায় হায় বুলি কোনে চকুপানী পেলাব। এফালে তিনিটাকৈ সন্তান। সিহঁতক খুৱাব কেনেকৈ। ৰায়শ্ৰীয়ে পিছত উপায় এটা বিচাৰি পালে যে তাই গাঁৱৰ মানুহৰ ঘৰে ঘৰে গৈ হাজিৰা কাম কৰিব।

ল'ৰা-ছোৱালী কেইটা সদায় লঘোণে থকাটোলৈ চাই আৰু নিজেও জীয়াই থকাৰ বাবে তাই মাজ ৰাতি উঠি আগৰ ঘৰত গৈ ধান বনা কামত লাগিবলৈ ধৰে। বিছনাত থৈ যায় কণ-কণ শিশু কেইটিক, কেতিয়াবা সাৰে থাকিলে সিহঁতকো লৈ যায়। হাড় কঁপোৱা জাৰত বুকুত হাত সাবটি মাকক ওচৰতে বহি চাই থাকে সিহঁতে। বাৰিষাকালত জাপি-তাপি নোহোৱাকৈ বৰষুণত তিতি ধান কই দিয়ে মানুহক ৰূপাৰামক বোকোচাত বান্ধি লৈ। জ্বৈৰামে অকলে বৈ যায় ঘৰত, ঘৰটো ৰখিবলৈ। কেতিয়াবা বতৰ ভাল হ'লে মাকৰ লগত গৈ ৰূপাৰামক বোকোচাত লয় সি। বেলি ভাটি দিলে মাকৰ লগত ঘূৰে পেটত ভোকৰ অসহ্য যন্ত্ৰণা লৈ। আঘোণ পুহ-মহীয়া কুঁৱলীময় পুৱা ঠেঁটুৱৈ লগা জাৰৰ মাজতে ছিগা কাপোৰকে গাত লৈ মাকৰ লগত যায় সৰা ধান বুটলিবলৈ পথাৰত।

তিনিবছৰ পিছত জেলৰপৰা ওলাই আহি ঘৰ সংসাৰখনকে ওলট-পালট যেন লাগে বিলিশ্ৰনৰ। পৈতৃক সম্পত্তি হিচাপে পোৱা মাটি পাঁচ বিঘাও আনৰ হাতত বন্ধকত থাকিল। ঘৰ-দুৱাৰ ভাঙি জহি-খহি গ'ল। কাউৰী-চিলনী সোমাব পৰা হ'ল। ক'বলৈ গ'লে সিহঁতৰ এই অৱস্থা দেখি কোনেও সিহঁতৰ কাষ নচপা হ'ল। বিলিশ্ৰনে



চিন্তা কৰি তৰণিকে নেপালে মানুহৰ স্বভাৱ চৰিত্ৰৰ কথা ভাবি। আৰ্থিক দুৰৱস্থাই তাক চাৰিওপিনৰপৰা হেঁচিবলৈ ল'লে। সি সকাহ বিচাৰিলে। জীয়াই থকাৰ বাবে সকাহ। ঘৰৰ তিনিবিঘা বস্তি মাটিতে সি লেবু, আনাৰস, কল মধুৰীআম ইত্যাদিৰ বাগান পাতিলে। বতৰৰ শাক-পাচলি কৰি সেইবোৰ বিক্ৰী কৰি পইচা পাতি সংগ্ৰহ কৰাৰ মানসেৰে। এবেলা এমুঠি যোগাৰ কৰাৰ উদ্দেশ্যে। কিন্তু এফালে মোকৰ্দমা চলাই থাকিব লগা হোৱাত ঘৰ চলোৱাটো জটিলৰপৰা জটিলতৰ হৈ পৰিল।

উপায় নাপাই পিছত বিজনী চহৰৰ ৰবিলাল আগৰৱালাৰ খ'মিলৰ মহৰী হয়গৈ। ৰায়শ্ৰীয়ে বাৰীৰ শাক-পাচলি, শুকান নিছলা মাছ আদি বিক্ৰী কৰেগৈ বজাৰত। ৰাতি নৌপুৱাতেই এন্ধাৰে এন্ধাৰে ঘৰৰপৰা ওলাই গৈ সন্ধিয়া অন্ধকাৰৰ মাজতে ঘৰলৈ ঘূৰি আহে। সেইকাৰণে গাঁৱৰ কাৰো লগত ভাল বেয়া আলাপ-আলোচনা কৰিবলৈ সময় নাপায়। পুৱাই ঘৰ-দুৱাৰ এৰি যাব লগা হোৱাৰ হেতুকে গিৰিয়েক-ঘৈণীয়েক কোনেও গাঁৱৰ কোনটো কোণত কি হৈছে একোকে ক'ব নোৱাৰা হ'ল। জানিব লাগিব বুলিও ভবা নাছিল। পেটৰ কাৰণেই বিলিশ্ৰনে সমাজৰ দৰকাৰী কামৰপৰাও আঁতৰি থাকিবলগীয়া হ'ল।

যোৱা ১৯৮৩ চনৰ সাধাৰণ নিৰ্বাচনত গাঁৱৰ কিছুমান চকু-চৰহা লোকৰ কাৰণে বিলিশ্ৰনে ডাঙৰ বদনাম এটি পায়। বদনামটো হ'ল যে গাঁৱৰ ভোট কিনিবলৈ বিলিশ্ৰনে হেনো ৰবিলাল আগৰৱালাৰ-পৰা দহ হেজাৰ টকা আনিছে কংগ্ৰেছক ভোট দিয়াবলৈ। গাঁৱৰ মানুহৰ মাজত প্ৰচাৰ কৰা হ'ল যে বিলিশ্ৰনে কংগ্ৰেছৰ টিকট লৈ কংগ্ৰেছী হৈছে। কংগ্ৰেছী হৈ সি সমাজ বিৰোধী বুলি কিছুমানৰ বিষয়ে থানাত হেনো লগায়গৈ। পুলিচ, চি, আৰ, পিৰ লগত একেলগে থকা খোৱা কৰে। এই অপবাদবোৰৰ বিষয়ে বিলিশ্ৰনে কিন্তু একোকে নাজানে। তাৰপৰাই বিলিশ্ৰন গাঁৱৰ

শতক। ৰাইজৰ চকুত জাতিৰ কলংক স্বৰূপ।

বিশ্বিশ্ৰনক লৈ শোভাযাত্ৰা কৰা দলটোৱে বজাৰৰ মাজৰপৰা অলপ আগেয়ে ওলাই যোৱা ৰায়শ্ৰীয়ে আউলি-বাউলি চুলিৰে দৌৰি দৌৰি গৈ সিহঁতৰ আগত থিয় হ'লগৈ। বজাৰৰপৰা গৈ ভাত ৰান্ধিবলৈ বুলি চৌকাত জুই জ্বলোৱাৰ সময়তে বজাৰৰপৰা যোৱা মানুহ এজনে খবৰটো দিয়েগৈ ৰায়শ্ৰীক। শুনা মাত্ৰকে ল'ৰা ছোৱালী দুটাক থৈ বজাৰৰ পিনে দৌৰি যায় ৰায়শ্ৰীয়ে আকাশ কঁপাই জয়ধ্বনি দি দি তাইৰ ফালে চাই মানুহবোৰে স্ফূৰ্তি কৰিছে। কিছু-মানে হাঁহি হাঁহি নাচিছে আন কিছুমানে ঠাট্টা কৰিছে। ৰায়শ্ৰীয়ে কিছুসময় স্তব্ধ হৈ দাঁত মুখ কামুৰি চকু মুদি কোনোৰকমে নিজক সম্ভালে। পিছত খঙৰ কোবতে চকু ৰঙা কৰি উদাত্ত কণ্ঠে ক'বলৈ ধৰে—"ৰবা; কিহৰ কাৰণে মোৰ স্বামী বংশৰ কলংক হ'ল?"

"তোমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ইয়াত আমাৰ সময় নাই। শুনিব খোজা যদি সভা মঞ্চলৈ আহিবা। তাত তোমাৰ পতিৰ জাতিৰ কলংকৰ বিচাৰ কৰা হ'ব। জোগ্দাও কোঁৱৰে মুখা মুখি হৈ কয়।"

ৰায়শ্ৰীয়ে শোভাযাত্ৰাৰ লগতে গৈ বিচাৰ স্থানত উপস্থিত হ'লগৈ। মানুহৰ ভীৰৰ মাজেৰেই বিলিশ্ৰনৰ ওচৰত একে শাৰীতে থিয় হ'লগৈ। বিলিশ্ৰন থিয় হ'ব নোৱাৰি মাটিত বহি পৰে। ৰায়-শ্ৰীয়ে কান্দি কান্দি সকলোকে কয়—"আজি তোমালোকে মোৰ স্বামীক জাতিৰ কলংক আখ্যা দিলা, মাৰিলা কিমান বা শাস্তি দিলা। কিন্তু মই শুধিব খোজো জাতিৰ কলংক কাক বোলে?"

"জাতিৰ যিয়ে বিৰুদ্ধে কাম কৰে সি হয় জাতিৰ কলংক।" জয়লাৰামে বুকু ডাঠ কৰি কয়। "জাতিৰ কি কি বিৰোধী কাম কৰিলে মোৰ স্বামীয়ে?"

"তোমাৰ পতি বিলিশ্ৰন এজন কংগ্ৰেছী সদস্য। কংগ্ৰেছৰ সদস্য হৈ চৰকাৰৰপৰা হাজাৰ হাজাৰ টকা লৈ জাতিক বিক্ৰী কৰিছে। জাতিৰ বদনাম আনিছে। দিনত মেকুৰী ভকত হৈ ৰাতি



কংগ্ৰেছৰ ভোট কেনভাচ কৰিছে। এইবোৰ জাতি বিৰোধী কাম নহয়?" ফিকুল্লাই মাটিত গোৰ মাৰি কয়। "কিন্তু তাৰ আগতে মই তোমালোকক সুধিব খোজো। আমাৰ ঘৰখনে খাব ল'বলৈ নাপাই হা-ভাত, হা-পানী বুলি খুজি মাগি ফুৰিব লগা হৈছিল, পেটৰ ভাত মুঠিৰ কাৰণে আনৰ ঘৰত কামলা খাটিব লগা হৈছিল। তেতিয়া তোমালোকৰ কোনোবাই 'মোৰ' বুলি চকুপানী মুচিছিলা নে?"

"ঐ মিছা কথা কৈ সময় নষ্ট কৰিবলৈ ইয়াত নাহিবি। মনে মনে থাক।" জোগ্দাওঁ কোঁৱৰে ধমকি দি কয়।

"আজি মই মনে মনে নেথাকোঁ। মনে মনে থাকিম বুলি মই অহা নাই। মোক মনৰ কথা ক'বলৈ দিয়া" ৰায়শ্ৰীয়ে দখনা আঁচলেৰে চকুপানী মচি কয়।

"এটা সময়ত জাতিৰ আন্দোলনত—জঁপিয়াইপৰা হেতু বন্দী হৈ জেল হাজোত খাটিব লগা হ'ল। কোনো এজনো আই ঐ বুলি কওঁতা নাই। কোনোৱে আহি সম্মুখত থিয় নহয়হি। আজি জীয়াই থাকিবলৈ পেটৰ দায়ত দিন ৰাতি হাজিৰা কৰিব নোৱাৰাৰ কাৰণে জাতিৰ কলংক হ'ল, কংগ্ৰেছী হ'ল। কিন্তু কংগ্ৰেছ হোৱাৰ প্ৰমাণ কোনোবাই দিব পাৰিবা নেকি?"

"অ' আমাৰ হাতত তাৰ প্ৰমাণ আছে।" জয়লাৰামে তেনেকৈ কৈয়েই সভাৰ চাৰিওপিনে ঘেৰি থকা মানুহৰ মাজৰপৰা দাওখা দেৱানীক হাতত ধৰি টানি আনি কয়—"এখেতেই তাৰ প্ৰমাণ দিব।"

ৰায়শ্ৰীয়ে দাওখাৰ ওচৰত থিয় হৈ কঁপা কঁপা মাতেৰে সোধে—"ককাইদেউ, আপুনিয়েতো বিজনী মণ্ডল কংগ্ৰেছৰ সম্পাদক। কওঁচোন ককাইদেউ, আমাৰ ৰূপাৰামৰ দেউতাক কংগ্ৰেছৰ সদস্য নেকি?"

দাওখাই গম্ভীৰ স্বৰেৰে ক'লে—"তেনে কোনো প্ৰমাণ নাই।"

"কিন্তু তুমিয়ে দেখোন ভোট কেনভাচ কৰা সময়ত কৈছিলা বোলে বিলিশ্ৰনে কংগ্ৰেছৰ টিকট লৈছে, চৰকাৰৰপৰা দহ হেজাৰ টকা আনি জাতিক বেচিলে বুলি। জোগ্দাওঁ কোঁৱৰে কয়। মই

বন্দাৰাম গয়াৰী কোৱা কথাহে কৈছিলোঁ।”

“তেতিয়া হ’লে বন্দাৰাম গয়াৰীক মাতি আনিব লাগিব।” ডেকাসকলৰ মাজত গুন-গুননি উঠিল। দুজনমানে মাতি আনিবলৈ বুলি যাবলৈ ওলোৱাত বন্দাৰাম নিজেই মানুহৰ ভীৰৰ মাজৰপৰা আগবাঢ়ি আহি ক’লে—

“বোপাহঁত মই ইয়াতেই আছোঁ। মোক গৈ নামাতিলেও হ’ব। কথাটো মোৰ মুখৰপৰা ওলোৱা নাই। মই তেতিয়াৰপৰাই তোমালোকৰ হাই-হাল্লাৰ ওপৰত নজৰ কৰি আছিলোঁ। সেইকাৰণে মই ৰবিলাল আগৰৱালাক সাক্ষী হিচাপে আনিছোঁ। তেখেতেই ৰাইজৰ আগত কওঁক বিলিশ্ৰনে কি কৰিছে কি কৰা নাই।”

ৰবিলাল আগৰৱালাই বিলিশ্ৰনৰ ওচৰলৈ থিয় হৈ ৰাইজৰ উদ্দেশ্যে ক’লে—“ৰাইজসকল, মই বিজনী মণ্ডল কংগ্ৰেছৰ সভাপতি। মই যি কম সঁচা কথাকে কম। ঈশ্বৰৰ নাম লৈ মই কৈছোঁ বিলিশ্ৰন কংগ্ৰেছৰ সদস্য নহয়। তেখেতক মই কংগ্ৰেছৰ সদস্য কৰিবলৈ চেষ্টাহে কৰিছিলোঁ।” কিন্তু তেখেতে কি ক’লে জানে ৰাইজ—তেখেতে চোলাখন ওপৰলৈ টানি পিঠিখন উলিয়াই মোৰ আগত কৈছিল— “ভোট বৰ্জন কৰা অপৰাধত থানাত পুলিচে মোৰ পিঠিত চিৰদিন মোচ নোখোৱা চিন বহুৱাই থ’লে। এই চিন মচি নোযোৱা পৰ্যন্ত মই পি, টি, চি,ৰে কৰ্মী হৈ থাকিম। মই অন্যদলৰ সদস্য হৈ জাতিৰ কলংক নহও। যোৱা ১৯৮৩ চনৰ সাধাৰণ নিৰ্বাচনত মোৰপৰা দহ হাজাৰ টকা অনা কথাটোও অপপ্ৰচাৰহে।”

সেই সময়তে বিজনী থানাৰ অ, চি উপেন চেতিয়াই ট্ৰাক এখনত—পুলিচ মিলিটাৰী লৈ সভাখন ঘেৰাওঁ কৰে। জয়লাৰাম, জীগদাওঁ কোঁৱৰ, থিফুপ্লাইঁতে মানুহৰ ভীৰৰ সুযোগ লৈ পলাই যাবলৈ চেষ্টা কৰিছিল। কিন্তু চোৱাংচোৱাৰ ইংগিতত চোতালত জালেৰে ধৰা কুকুৰাৰ দৰে সিহঁত ধৰা পৰিল। কোনেও সাৰি যাব নোৱাৰিলে।

অ, চি, চেতিয়াই বিলিশ্ৰনক মাটিৰপৰা তুলি ধৰি ক’লে—“পুলিচৰ



কামেই হ’ল শান্তিৰক্ষা কৰা। দোষী কোন সেইটো পিছত তাৰ বিচাৰ হ’ব। এতিয়া থানালৈ ব’লা।” তেজেৰে ময়লা হোৱা মুখমণ্ডল আৰু দুৰ্বল দেহাটো লৈ ঘন উশাহ লৈ পুলিচৰ ট্ৰাকত উঠিবলৈ যোৱাৰ সময়ত জাংগ্লাৱ বুঢ়াই ক’লে—“কোনোবা এটাই জাতিৰ কলংক বুলি ক’লেই জাতিৰ কলংক হৈ নেযায়। নেদেখা ঠাইত থাকি এজনে নজৰ দি আছে আৰু ভাগ্যৰ লিখন লিখিছে ঈশ্বৰে। বোপা সৎপথত থাকিবা, জয় তোমাৰেই।” বায়শ্ৰীয়ে গিৰিয়েকৰ লগত একেলগে আগবাঢ়ে এখোজ দুখোজ দি। বেৰি থকা ৰাইজ যেনি তেনি গুচি যায়।

তেতিয়া সূৰ্যই এচেৰেঙা পোহৰ লৈ—শেষবাৰৰ কাৰণে হাঁহিবলৈ লৈছিল। অস্ত যোৱাৰ আগে আগে, পশ্চিম আকাশত।

—×—

# মিষ্টাৰ ইণ্টাৰনেশ্যনেল আৰু তেওঁৰ ভাষণ

ৰামচৰণ ব্ৰহ্ম

ঠাইখন অতি বিখ্যাত। বড়োসকলৰ এখন মহাসভা। উক্ত মহাসভাৰ আমন্ত্ৰিত মুখ্য অতিথি আছিলোঁ ময়েই। হাজাৰ হাজাৰ মানুহ। পুৰুষ-মহিলা, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলোৱে দলে দলে আহিছে সভালৈ। সভাৰ মূল আকৰ্ষণ ময়েই। কিয়নো, মই হলো এগৰাকী সু-প্ৰসিদ্ধ লিখক। মই এজন ভাল, অৰেটৰও—মানে বক্তা। তাৰোপৰি মই হলো এগৰাকী ৰাজনৈতিক নেতা। দিল্লী, বোম্বাই, মাদ্ৰাজ, লণ্ডন, পেৰিছ, ৰোম, মস্কো, ৱাছিংটন, নিউয়ৰ্ক, বেইজিং, টোকিও, চিদনী, মক্কা, ইছলামাবাদ, বাৰ্লিন, ৰেংগুন, চিংগাপুৰ, কলম্বো আদি সকলো ঠাইতে ভ্ৰমণ কৰি আহিছোঁ। মই এজন ইণ্টাৰনেশ্যনেলী ইম্পোৰটেন্স থকা লোক। মই নহওঁ কি? মই এডুকেশ্যনিষ্ট, পলিটিচিয়ান, থিওঁসফিষ্ট, শিল্পী, এক্টৰ, লিখক, ইক'নমিষ্ট, সায়েনটিষ্ট, চাইকোলজিষ্ট, হিষ্টৰিয়ান, জিওলজিষ্ট,স াহিত্যিক, ড্ৰামাটিষ্ট, চিনেমা প্ৰডিউচাৰ, বিজিনেচমেন, ইণ্ডাষ্ট্ৰীয়েলিষ্ট, জু'লজিষ্ট, মেডিক'লজিষ্ট, ধৰ্ম প্ৰচাৰক, ইম্পেৰিয়েলিষ্ট, ডেম'ক্ৰেটিছ, কমিউনিষ্ট, ছচিয়েলিষ্ট, ডিক্টেটৰ, মাৰ্ক্সিষ্ট, গান্ধীয়ান, হিন্দু, মুছলমান, খৃষ্টান, বৌদ্ধ, জৈন, শিখ ইত্যাদি সকলো। সেইকাৰণে মোক চাবলৈ আৰু মোৰ কথা শুনিবলৈ হাজাৰ হাজাৰ মানুহৰ সমাগম হৈছেহি। সমবেত মানুহৰ সংখ্যা পাঁচ লাখমান হ'ব পাৰে। সভাৰ চাৰিওফালে কেৱল উলহ-মালহ, উখল-মাখল। প্ৰায় তিনি বছৰমান চেষ্টা কৰাৰ মূৰতহে এই ঠাইৰ মানুহবোৰে মোক এই সভাত পাব পাৰিছে। সেইকাৰণে অভ্যৰ্থনা



সমিতিৰ কৰ্মকৰ্ত্তাসকলে মোৰ আতিথ্যৰ বাবে বৰ ব্যস্ত। মোৰ ভোকে লাগিছে নে পিয়াহে লাগিছে, পায়খানা-পেচাব লাগিছে নেকি? টোপনিও যাবৰ ইচ্ছা নেকি, নে কোনো ধুনীয়া ছোৱালীয়ে গাটো-পিহি দিব লাগিব, মই কি কি খাও, কি নেখাও, দিনত কেইবাৰ খাওঁ আৰু কেইবাৰ শোওঁ, জিৰণি লওঁ ইত্যাদি ইত্যাদি।

যিয়ে নহওঁক সভা আৰম্ভ হ'বৰ সময় হ'ল। আমন্ত্ৰিত অতিথি-সকলক আগবঢ়াই নিবলৈ সকলো ৰাইজ সাজু হ'ল। আমি জিৰণি লোৱা ঘৰটোৰপৰা আমাক বহুৱাব লগা সভা মঞ্চলৈ পৰিপাটিকৈ দুশাৰী হৈ ৰাইজ থিয় দিছে। সেই দুশাৰী মানুহৰ মাজেৰে আমি খোজ কাঢ়ি যাব লাগিব। এক্কৈশজনী গাভৰু ছোৱালীয়ে মঞ্চৰ সম্মুখ ফালে 'বাগৰুম্বা' নাচিবলৈ লৈছে। একাৱন্নজনী মান গাভৰুৰ দলে আমাৰ আগে আগে নাচি নাচি আগবাঢ়িবলৈ লয় চাৰিগৰাকী মান আঠুলৈকে বৈ পৰা দীৰ্ঘকেশী গাভৰু ছোৱালীয়ে আমাৰ ডিঙিত ফুলৰ মালা আৰু ফুলবচা গামোচা দি আদৰিলে। মালা পিন্ধোৱা ছোৱালীবিলাকেই হাতত চাকি বন্তি লৈ লাহে লাহে আমাক মঞ্চৰ পিনে আগবঢ়াই নিবলৈ ধৰিলে। খাম-চিফুং, চেৰজা, তাল, গগনাৰ উত্তাল ধ্বনি। ইপিনে শ্লোগান, টেটুফলা শ্লোগান (১) মিষ্টাৰ ইণ্টাৰনেশ্যন্যাল আলহী 'লং-লিভ— (ৰাইজে ধৰিলে) লিংলাব লিংলাব, আজিৰ মাননীয় সভাপতি লং-লিভ—লিংলাব, লিংলাব। (২) বড়োসকলৰ একতা—মুৰ্দাবাদ, মুৰ্দাবাদ, জাতিৰ ঐক্যতা—মুৰ্দাবাদ, মুৰ্দাবাদ, বড়ো সংস্কৃতি—মুৰ্দাবাদ মুৰ্দাবাদ, খাম-চিফুং—মুৰ্দাবাদ মুৰ্দাবাদ, বাথৌ-খেৰাই— মুৰ্দাবাদ মুৰ্দাবাদ, বিহু-বৈশাগু—মুৰ্দাবাদ, মুৰ্দাবাদ, (৩) ইংলিশ বেণ্ড জিন্দাবাদ—জিন্দাবাদ জিন্দাবাদ, বেনপাৰ্টি জিন্দাবাদ—জিন্দাবাদ, জিন্দাবাদ, টুইষ্ট ক্যাবাৰে জিন্দাবাদ—জিন্দাবাদ, জিন্দাবাদ, সা-সা-সা জিন্দাবাদ—জিন্দাবাদ জিন্দাবাদ, ৰক এ্যাণ্ড ৰল জিন্দাবাদ—জিন্দাবাদ, জিন্দাবাদ, ষ্ট্ৰীপ টীজ জিন্দাবাদ—জিন্দাবাদ জিন্দাবাদ, (৪) ডাউন-উইথ বড়ো কালচাৰ—ডাউন ডাউন, বড়ো মাধ্যম বড়ো কালচাৰ—ডাউন, ডাউন, বড়ো ভাষা বড়ো

কালচাৰ—ডাউন, ডাউন, বড়ো ইউনিটি বড়ো কালচাৰ—ডাউন, ডাউন, (৫) উই ডিমাণ্ড—টোটেল এক্সটিংশ্যন অৱ বডোজ, উই ডিমাণ্ড—টোটেল এক্সটিংশ্যন অৱ বডোজ—নো' ৰেষ্ট নো' ৰেষ্ট, উই ডিমাণ্ড—কোৱাৰেল এমংস দ্যা বডোজ, উই ডিমাণ্ড—কোৱাৰেল এ্যাডমিনিষ্ট্ৰেশ্যন অৱ ইস্প, উই ডিমাণ্ড—কোৱাৰেল ট্ৰাইবেল টনিক, ট্ৰাইবেল টনিক। (৬) বড়ো জাতি ধ্বংস হওঁক,—ধ্বংস হওঁক, ধ্বংস হওঁক, বড়ো জাতি আলাই-আথানি—আলাই আথানি, আলাই আথানি (৭) বড়ো জাতি—পলৰীয়া জাতি, পলৰীয়া জাতি, বড়ো জাতি - মদপী জাতি, মদপী জাতি।

এনেদৰে ত্ৰিশ মিনিট মান সময় আগবঢ়াই নিয়াৰ পিছত আমি মঞ্চত উঠি আসন গ্ৰহণ কৰিলোগৈ। অলপ পিছতে নাচ-গান, বাদ্য-বাজনা আৰু শ্লোগানৰ অন্ত পৰিল। লগে লগে আটাইবোৰ ৰাইজেও নিজ নিজ আসন গ্ৰহণ কৰিলে। সভাৰ কাৰ্য ক্ৰমণিকা আগবাঢ়িল। পিছত মুখ্য অতিথি হিচাপে মই ভাষণ দিবলৈ থিয় হোৱাৰ লগে লগে মোক প্ৰশংসা কৰি ৰাইজে ধ্বনি দিলে। ধ্বনি শেষ হোৱাৰ লগে লগে মই ভাষণ আৰম্ভ কৰিলোঁ। অ, পাহৰিছে! সাংবাদিক আৰু প্ৰায় দহজন মান বড়ো ডেকাই মোৰ সন্মুখত ডাঙৰ সৰু প্ৰায় পঁচিশটা মান টেপৰেকৰ্ডাৰ অন্ কৰি থলেহি।

পূজনীয় ৰাইজ! আজি আমি আলহীসকলক আগবঢ়াই আনোতে দিয়া শ্লোগানবোৰ শুনি বৰ ভাল পালোঁ। কিন্তু এটা কথা, বৰ ডাঙৰ কথা। শ্লোগানৰ কথাবোৰ কাৰ্যকৰী কৰিব পাৰিলে সঁচাকৈয়ে গোটেই পৃথিৱীজুৰি সুখ-শান্তি বিৰাজ কৰিব। আকাশত নতুন ধ্ৰুৱতৰা, পূৰ্ণিমাৰ জোন আৰু তেজ ৰঙা সূৰ্য উদিত হ'ব। সেইকাৰণে আপোনালোকে যিমান সোনকালে পাৰে সিমান সোনকালেই সেইকামবোৰ কাৰ্য্যকৰী কৰণ কৰাৰ কাৰণে প্ৰচেষ্টা চলাব লাগিব। মইও আপোনালোকক এই কামত সহায় সহযোগ কৰিবলৈ আজি এই মঞ্চতে প্ৰতিশ্ৰুতি দিলোঁ। (ৰাইজে হাত টালি দিলে আৰু



'চাব্বাচ চাব্বাচ' বুলি চিঞৰিবলৈ ধৰিলে)। কিন্তু এটা কথা আপোনালোকে মোৰ পৰামৰ্শ মতেহে কামত হাত দিব লাগিব। (ৰাইজে "সাজু আমি" সাজু আছো বুলি চিঞৰে) আজি আপোনালোকে দুটা মান ডাঙৰ ভুল কাম কৰিলে, যাৰ কাৰণে আলহীক আগবঢ়াই অনা সময়ত মোৰ বমি বমি যেন ভাব হৈছিল। কিন্তু ভাগ্য ভাল যে মই আগতীয়াকৈ বমি নোহোৱা টেবলেট আৰু দুটামান কমলা টেঙা আনিছিলোঁ। নহ'লে আগবঢ়াই অনা সময়তে মই বমি কৰিলোহেঁতেন তাৰ কাৰণ কি জানেনে? আপোনালোকে বোধকৰো নাজানে। কথাটো অলপ স্পষ্টকৈ আৰু ছাফ্ ছাফ্কৈ কোৱাই ভাল হ'ব। মানে কথাটো হ'ল খাম চিফুং সেৰজা-গগনাৰ মাত শুনিলেই মোৰ মূৰটো বিষায় আৰু ঘূৰে। সেইদৰে বড়ো গাভৰু সকলে বাগৰুম্বা, খেৰাই-বিহু আদি নৃত্য কৰা দেখিলেই মোৰ বমি ভাব আহে এইবোৰ ঘৃনণীয়, জঘন্য নাচ গান আৰু বাদ্যযন্ত্ৰ একেবাৰে এৰি পেলাবৰ হ'ল। এইবোৰ আউট ডেটেড্, এইবোৰ আনচিভিলাইজড্ আৰু নন্-ইণ্টাৰনেশ্যনেল। এনেবোৰ আনকালচাৰ্ড আচাৰ ব্যৱহাৰবোৰ আমি এৰি পেলোৱা উচিত। এইবোৰ পৰিত্যাগ নকৰিলে আমি ইণ্টাৰনেশ্যনেলে হ'ব নোৱাৰিম আৰু ইণ্টাৰনেশ্যনেল হ'ব নোৱাৰিলে পৃথিৱীৰ মানুহে আমাক ঘৃণা কৰিব, হাঁহিব। আমি ভাষা সংস্কৃতি সকলো ক্ষেত্ৰতে ইণ্টাৰনেশ্যনেল হোৱা উচিত। আজি আমাক আদৰি অনা সময়ত খামচিফুং চেৰজাৰ ঠাইত বেণ্ড্ বজোৱা হ'লে, বড়ো গাভৰুসকলে তেওঁলোকৰ আজু ককাইঁতৰ দিনৰ পোছাক পৰিচ্ছদবোৰ এৰি লংপেণ্ট পিন্ধি টুইষ্ট, ক্যাবাৰে, ৰ'ক এণ্ড ৰ'ল ষ্ট্ৰীপটীজ ইত্যাদি নৃত্য পৰিবেশন কৰা হ'লে মই বৰ সন্তোষ পালোহেঁতেন আৰু আজিৰ সভাখনো অত্যন্ত জাকজমকীয়া দেখা গ'লহেঁতেন আচ্ছা, সিহঁতে লংপেণ্ট নিপিন্ধে কথা নাই, মিনিস্কাৰ্ট নাইবা মেক্সী-সেক্সীকেতো পিন্ধি নাচিব পাৰিলেহেঁতেন আৰু সেইবোৰ জোগাৰ কৰি ল'ব নোৱাৰিলে

একেবাৰে উলংগ হৈয়ো নাচিব পাৰিলেহেঁতেন। সেইকাৰণে মই ক'ব খুজো ইণ্টাৰনেশ্যনেল হ'ব নোৱাৰিলে আমি এই পৃথিৱীত তিষ্ঠি থাকিব নোৱাৰিম আৰু সেই শিল্পী ডেকাসকল। ওৱাক থুঃ! চুলিবোৰ কিয় পুলিচৰ নিচিনা চুটি-চুটিকৈ কটাই ল'ব লগা হ'ল? ছিঃ ইমান যে বেয়া দেখি! চাওঁক মোৰ চুলি কিমান দীঘল। একদম ডেবফুট। সকলো বড়ো ডেকাই এনেকৈ দীঘল চুলি ৰাখিব লাগে। পাৰিলে আঠু পাৰ হোৱালৈকে আৰু বড়ো সংস্কৃতিক জীয়াই ৰাখিব খুজিলে বেণ্ড বাদক সকলে ফুলাম লুঙি পিন্ধি বজাব লাগে (হয়, হয় ৰাইজৰ চিঞৰ)। আজিৰ যুগত দীঘল চুলীয়া ছোৱালী আৰু চুটী চুলিয়া ডেকাবোৰক যখিনী, ভূত বুলিহে কোৱা হয়। সেইকাৰণে আমি আন্তৰ্জাতিক সংস্কৃতিৰ লগত খাপ খোৱা হ'ব লাগিব। বাথৌখেবাই, বিহু আদিবোৰ আন্তৰ্জাতিক নহয়। সেইকাৰণে সেইবোৰ এৰিব লাগিব। মন্‌সিং সিং কুৱায়, জাবাকাগ্লা, শিৱবুঢ়া-শিৱবুঢ়ী তেওঁবিলাকো ইণ্টাৰনেশ্যনেল নহয়। সেইকাৰণে ইণ্টাৰনেশ্যনেল নোহোৱাবোৰ এৰি হোৱাবোৰকে পূজা কৰিব লাগে। বুজিছে নে? নিশ্চয় বুজি পাব। বড়ো ইতিহাসখনকো জানিব লাগিব।

কৃৰৎ, যীশু আৰু হজৰত মহম্মদ খোদ বড়ো আছিল। সেইকাৰণে বাইবেল, কোৰাণ আদিত বড়ো জাতিৰ ইতিহাস স্পষ্টকৈ লিখা আছে। বড়ো সকল মংগলয়ড্ পৰিয়ালৰ নহয়, সেইকাৰণে সিহঁত পশ্চিম চীন দেশৰপৰা অহা নাছিল। সিহঁতে ইউৰোপৰপৰাহে প্ৰকৃত বড়ো সভ্যতা, সংস্কৃতি। শিৱ, পাৰ্বতী, হিড়িম্বা, ঘটোৎকোচ, উষা, বালি, বাণ, ভগদত্ত, মহীৰংগ, ৰুক্মিণী, চিত্ৰলেখা তাম্ৰধ্বজ, চন্দ্ৰপ্ৰভা, ভাস্কৰ বৰ্মা, দেৰজোংকা, বদৌসা, গোবিন্দ চন্দ্ৰ (হৰাগদাওঁ) তুলাৰাম, কৃষ্ণচন্দ্ৰ, আদি কোনোৱে বড়ো নাছিল। সেইকাৰণে তেওঁলোকৰ বিষয়ে লিখিত কিতাপবোৰ ঘৰত ৰাখিব নেলাগে। পঢ়িব নেলাগে। পঢ়া টেবুলত থাকিলেই মাৰাত্মক পাপে চুব, আমাৰ পবিত্ৰ ধৰ্মৰ জাত যাব। খৃঃ পৃঃ ৬০০ মানৰ হোজা গৌতম বুদ্ধও বড়ো নাছিল।



ডিমাপুৰ, খাচপুৰ, মাইবং, মায়ং, দেৱকা, প্ৰাগ্‌সাদিছাপুৰ, দৈছাপুৰ বা তেজপুৰ, কুণ্ডিলা আদি ঠাইবোৰ বড়োসকলৰ ৰাজধানী নাছিল। ভাৰতীয় সভ্যতা সংস্কৃতিৰ সৈতেও। সেইকাৰণে ভাৰতীয় ইতিহাসক লৈ বড়োসকলৰ গৌৰৱ কৰিবলগীয়া একো নাই। ভাৰতবৰ্ষ হ'ল মাটিৰ দেশ, ইউৰোপ হ'ল সোণৰ। কম কথাতে কিছুমানে ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ লগে লগে নিজৰ নিজৰ ঘৰ দুৱাৰ ইংলেণ্ডলৈ উঠাই লৈ যাব খোজা নাছিল। এতিয়াও আমি গোটেই বড়োই ইংলণ্ডলৈ মাইগ্ৰেশ্যন কৰিব লাগে। কিয়নো সমস্ত ইংলণ্ডবাসীয়ে বড়ো তেওঁলোক আৰ্য নহয়। ভাৰতবৰ্ষত আৰ্যসকলৰ হেঁচা আমি আৰু সহ্য কৰিব নোৱাৰিছোঁহক, ইউৰোপৰ বুৰঞ্জীত কোনেও কাকো হেঁচা দিয়া, পদদলিত কৰা, কটা-কটি, মৰামৰি কৰা, যুদ্ধ-বিগ্ৰহ কৰি তেজৰ নৈ বোৱা কথা নাই, ভাৰতবৰ্ষত আছে। বড়োসকলে কাকো পদদলিত কৰি ৰখা নাছিল। কাকো আক্ৰমণ কৰা নাছিল। কাৰো ওপৰত অত্যাচাৰ কৰা নাছিল, কাৰো লগত যুদ্ধও কৰা নাছিল। আৰু এটা কথা ৰাইজ! আমি নিজকে বড়ো বুলি পৰিচয় দিবলৈ যোৱাটো বৰ ভুল। কিয়নো আমাৰ পূৰ্বপুৰুষসকল ইউৰোপৰপৰা অহা হেতুকে আমি আজি 'চাহাব' বুলি পৰিচয় দিয়াটোহে সমীচিন হ'ব। নহলে ইতিহাসক অস্বীকাৰ কৰা হ'ব। আমাৰ পিন্ধন-উৰণ, স্বভাৱ-চৰিত্ৰ, খোৱা-লোৱা, সভ্যতা, সংস্কৃতি, চিন্তা-ধাৰা কাম বন, আনন্দ-নিৰানন্দ, বাদ্য-বাজনা, নাচ-গান হাঁহি-কান্দোন, উৎসৱ-পাৰ্বণ আদি সকলো চাহাবী ষ্টাইলৰ। গতিকে আমি একেবাৰে শতকৰা এশভাগেই চাহাব। 'বড়ো' বোলা এই স্থানীয় শব্দটো মুখত অনাটোৱে পাপ (খুপ-খুপ-খুপ ৰাইজৰ হাত তালি।) থুঃ! ডেকা বন্ধুসকল, তোমালোকে এটা ইংলিচ্‌গান গাই প্ৰবল ঝংকাৰেৰে বেণ্ড বজাই মোৰ মনতো শান্তি দিয়া। (লগে লগে বেণ্ডৰ ঝন-ঝননি বাজি উঠে)।

হেঃ হেঃ হেঃ—পিছত মই সাৰ পাও। ৰাতি পুৱাল। চোতালত মোৰ চাৰি বছৰীয়া লৰাটোৱে ভঙা টিং বজাবলৈ লৈছে। আঠ-

বছৰীয়া ল'ৰাটোৱে বজাইছে কোমল বাঁহৰ পেঁপা আৰু ছবছৰীয়া ছোৱালীটোৱে গীত গাই নাচিছে—'চোৱা, উৰি যাওঁগৈ উৰি যাওঁগৈ পাহৰীয়া পখিলা গাভৰু হৈ ………।'

সিফালে সিহঁতৰ মাকে ৰাতিপুৱা ন-বজালৈকে শুই থকাৰ হেতু মোক গালি দিবলৈ লৈছে। কাম কৰা বৌৱতীজনীয়ে টেবুলৰ ওপৰত কলহৰ মুখত দিয়া পিঠা এটা আৰু ঠাণ্ডাপানী এগিলাচ থৈ গৈছে। মুখ ধুৱাই নাছিলো, সেই সময়তে তিনিজন ডেকাই বাবান্দাত আহি থিয় দি ক'লে—"ছাৰ, যোল্ল নভেম্বৰৰ বড়ো সাহিত্য সভা দিৱসৰ পতাকা উত্তোলনৰ কাৰণে এম, এল, এ ডাঙৰীয়া হেনো আহিব নোৱাৰে, গতিকে আমি আপোনাক নিবলৈ আহিছোঁ ……।"

ততাতৈয়াকৈ মুখ ধুই মই পতাকা উত্তোলন কৰিবলৈ গলোঁ। পতাকা উত্তোলন কৰিলোঁ। মানুহ অতি বেছি। পঁচিশজন মানহে হ'ব। আবেলি মুকলি অধিবেশন অনুষ্ঠিত হ'ল। ছাত্ৰ ছাত্ৰীসকলক লৈ উপস্থিত লোকৰ সংখ্যা এশ জনৰো অধিক নহয়। ওচৰ পাজৰৰ গাঁওবোৰ আটাইবোৰেই কিন্তু বড়ো গাঁও। প্ৰায় পঞ্চাশ ঘাঠিখন মান হ'বগৈ। প্ৰত্যেক গাঁৱতে বড়ো মাধ্যমৰ বিদ্যালয় আছে। ওচৰা-ওচৰিকৈ পাঁচখন বড়ো মাধ্যমৰ হাইস্কুল আছে। তথাপি যোল্ল নভেম্বৰ, বড়ো সাহিত্য সভা দিৱসৰ মুকলি সভাত উপস্থিত হোৱা লোকৰ সংখ্যা লজ্জাকৰ। সেইকাৰণে ভাবিছো যোৱা নিশা দেখা পোৱা দীঘল সপোনটো বাস্তৱত এনেকৈয়ে প্ৰতিফলিত হ'ল নেকি? হ'বও পাৰে! কি ঠিক?

—x—

# এন্ধাৰৰ মকৰা জাল

বন্ধুৰাম বসুমতাৰী

"মানুহে কয় বোলে পাপে হেনো নাতিপুতিৰ সাতপুৰুষলৈকে পাপীৰ পিচ নেৰে, সঁচানে?" এনেকুৱা প্ৰশ্নই এদিন ডুবগাঙৰ কঠিন হৃদয়ত জুমৰি দি ধৰিছিল।

বুঢ়া ডুবগাং কিন্তু নিজেই গাঁওখনৰ ভিতৰত আটাইতকৈ ডাঙৰ মহাজন। অৰ্দ্ধশিক্ষিত হৈ ডেকাকালৰপৰাই সি গাঁৱৰ হোজা লোক সকলক ঠগাই আহিছিল। অভাবী মানুহ পালেই ছলে বলে কৌশলে মাটি বাৰী, সা-সম্পত্তি হাত কৰি ল'ব জানিছিল। তেনেকৈ বহুত মাটি-বাৰী নিজৰ কৰি ল'লে। আনকি নিজৰ আত্মীয় স্বজনকো এৰি দিয়া নাছিল। প্ৰয়োজন হ'লে হত্যাও কৰাইছিল। চমুকৈ ক'ব লাগিলে সি ছলে বলে আনক শোষণ কৰি মহাজন হৈছে। ধন-বিত ঘটিছে, আজি গাঁৱৰ মানুহে তাক দেখি ভয়তে মান-সন্মান কৰিবলৈ লৈছে।

বুঢ়া কালত দেহাটো পৰি অহাৰ লগে লগে বেমাৰ-আজাৰ আৰু ঘৰখনত ঘনাই নানান ধৰণৰ বিপদ হৈ থকা দেখি ডুবগাঙৰ অন্তৰত নানান চিন্তাই বাঁহ লবলৈ ধৰিলে। সি মাজে মাজে চিন্তা কৰে "ইমানগাল ধন সম্পত্তি ঘটি হ'ল কি? সুখৰ মুখখনকে দেখা নাপালোঁ দেখোন। সংসাৰখন এৰিবৰ সময়ো হ'লহি। সুদা দেহটো লৈ আহিছিলো, সুদা দেহাটোক লৈ যাব লগীয়াত পৰিলোঁ। টকা-পইচা, সোণ ৰূপ, স্ত্ৰী-পুত্ৰ একোৱেটো লগত নেযায়।" ভাবোতে ভাবোতে সি আনৰ ওপৰত কৰি অহা অন্যায় অবিচাৰবোৰ আজি পাপ কাম বুলি গণ্য কৰিলে আৰু এটি প্ৰশ্নই তাৰ অন্তৰত

ভূমুকি মাৰিছে—"মানুহে কয় বোলে পাপে হেনো নাতি পুতিৰ সাত পুৰুষলৈকে পিছ নেৰে।" সঁচানে ?

সেইকাৰণে পাপৰপৰা পৰিত্ৰাণ পোৱাৰ উদ্দেশ্যে বুঢ়া কালত ঘৰৰ চৌহদৰ ভিতৰতে বাৰীৰ এচুকত মন্দিৰ এটি সাঁজি উলিয়ালে। এই মন্দিৰতে পাপৰপৰা পৰিত্ৰাণ পোৱাৰ প্ৰাৰ্থনাৰে দেৱ-দেৱীক সদায় পূজা দিয়ে। যোৱা কালি ৰাতিপুৱা ডুবগাঙে গা-পা ধুই ধূপ-ধূনালৈ অইন দিনাৰ দৰে মন্দিৰলৈ গৈছিল। কিন্তু বুঢ়াই মন্দিৰৰ দুৱাৰ মুখ পায়েই সচকিত হ'ব লগা হ'ল। হঠাৎ মূৰটো আচন্দ্ৰাই ধৰা যেন পালে আৰু মূৰৰ ঘূৰণিতে পৰি গ'ল। তাৰ এনেকুৱা হোৱাৰ কাৰণ আছিল এটা ভয়ানক দৃশ্য। সি তাৰ সতীয়া মাকৰ ল'ৰা বাৰগোক খুন হোৱা দেখা পালে।

বাৰগোৰ দেহটো ডেগাৰৰ খোঁচত থকা সৰকা। তেজেৰে লুতুৰি পুতুৰি হৈ মন্দিৰৰ দুৱাৰ মুখতে শ'টো পৰি আছিল। পিছত গাঁৱৰ মানুহবোৰে ঘটনাটো জানি থানাত খবৰ দিলেগৈ। থানাই শ'টোক মৰণোত্তৰ পৰীক্ষাৰ বাবে লৈ গ'ল।

ঘৰৰ মানুহ বোৰে কান্দি কাতি ডুবগাঙক ঘৰতে আনি থলে। পিছত টান অসুখত পৰি বিছনা ল'ব লগা হয়। ওজা কবিৰাজ আনিব লগা হয়। কুকুৰা, পাৰ, গাহৰি, ছাগলী আদি দেৱ-দেৱীৰ নামত আগ কৰিব লগাত পৰে। চাৰিওপিনে মানুহবোৰে কোৱা কুই কৰিলে বোলে বুঢ়াক বাৰগোৰ প্ৰেতাত্মাই ধৰিছে।

সন্ধ্যা বেজ এজনে কুকুৰাৰ কণী নচুৱাই মহাজনৰনো আচলতে কি হৈছে তাক পৰীক্ষা কৰি চাব খুজিছিল। কুকুৰাৰ কণী লগা হেতুকে ডুবগাঙৰ ডাঙৰটি ল'ৰা থবগাঙে দোকমোকালিতে কুকুৰাৰ গৰালত কণী বিচাৰি সোমাইছিলগৈ। তেতিয়া কণী গিলিবলৈ লোৱা ফেটী সাপ এটাই থবগাঙক খুটিলে। বেচেৰা থবগাঙে আইওঁ কিবা এটাই মোক কামুৰিলে বুলি চিঞৰি দিছিল। বিষটো লাহে লাহে উজাই যাবলৈ লোৱাতহে ধৰিব পাৰিলে যে সেয়া সাপহে খুটিছে।



থবগাঙৰ ঘৈণীয়েকে চাকিটো লৈ গৈ চাই দেখে সাপটোৱে কেতিয়াবাই কণীবোৰ খাই কুকুৰাজনীকো খুতিয়াই মাৰি থৈ গৈছে। বিপদৰ ওপৰত বিপদ। এফালে বাপেকৰ মৃত্যু আনফালে সাপৰ বিষত পুতেকৰো যোৱা থোৱা অৱস্থা। মানুহবোৰে ইফালে সিফালে সাপৰ বেজৰ সন্ধান কৰি মাতি আনে গৈ মানে থবগাঙৰ প্ৰাণবায়ু উৰি গুচি যাব। পুৱতি নিশা মৃত্যুৰ আগে আগে থবগাঙে স্বীকাৰ কৰি গৈছিল "বাৰগোক ময়েই হত্যা কৰিছোঁ।" অসুখীয়া দেউতাক ডুবগাঙে কথাটো শুনি আৰু অসুখটো বেছি হোৱা যেন পালে।

আলেঙে আলেঙে শুনা যায়, থবগাঙে বাৰগোক হত্যা কৰাৰ দুটা কাৰণ আছে। তাৰে এটা হ'ল এয়ে যে বাপেক ডুবগাঙে মন্দিৰটো সাজি উলিওৱাৰ পিছতে মাটি-বাৰী একো নথকাৰ কাৰণে বাৰগোক এডোখৰ মাটি দিছিল। থবগাঙে সেইটো পছন্দ কৰা নাছিল। দ্বিতীয় কাৰণটো হ'ল থবগাঙে হেনো বাৰগোৰ কনিষ্ঠ জীয়েকক সতিনী হিচাপে পাব খুজিছিল। কথাটো জানি বাৰগোই থবগাঙক চকু পাৰি দেখিব নোৱাৰিছিল।

ভিতৰি ভিতৰি বাৰগোৰ ওপৰত থবগাং খঙত জ্বলি-পকি উঠিছিল। প্ৰতিশোধ লোৱাৰ সুযোগ চাই আছিল। বাৰগোৰ হঠাৎ ইচ্ছা হ'ল মন্দিৰত গৈ সেৱা কৰিবলৈ। যেনে ইচ্ছা তেনে কাম। হঠাৎ দোকমোকালিতে উঠি অহা থবগাঙে সেই সময়তে বাৰগোক সেৱা কৰি থকা অৱস্থাত ডেগাৰেৰে খোচ দিলে। তাৰ পিছত নদীত গৈ গা ধূলে। কাৰো চকুত নপৰিল এই ঘটনাটো। বাৰগোই তেজেৰে লুতুৰি পুতুৰি হৈ ধৰফৰাই মৃত্যু মুখত পৰিল।

আজি নিচেই পুৱাতে থবগাঙৰ মৃত্যু আৰু বাৰগোক কৰা হত্যা-কাণ্ডৰ বিষয়ে গাঁৱৰ ৰাইজে থানাত জনালেগৈ।

ডুবগাঙে চাৰিওফালৰপৰাই এন্ধাৰৰ মকৰা জালে ছানি ধৰা যেন পালে। ডুখতে কোনো কথাই মগজুত নধৰা হ'ল।

বিছনাতে পৰি থাকি বলকিবলৈ ধৰিলে "এতিয়া আৰু কি হ'বগৈ।" সকলোতকৈ বেছি মৰম পোৱা থবগাঙৰ বাবেই বংশ পৰিয়ালে খুনী বুলি চিৰদিন বদনামৰ ভাগী হ'ব লাগিব। নিজৰ মৃত্যুৰ পিছতো পুত্ৰ-নাতি সকলে মামলা মোকৰ্দমাৰ বিচাৰৰ সন্মুখীন হৈ থাকিব লাগিব। বুঢ়াই মনে মনে চিন্তা কৰে—এই বিৰাট সম্পত্তিবোৰ কি হ'বগৈ বাৰু ?

তুপৰীয়া ডাঙৰ বাকচটোৰ তলা-চাবিৰ মালিকনী কনিষ্ঠতম ঘৈণী-য়েকক বুঢ়াই ওচৰলৈ মাতি আনি সুধিলে— "যোৱা কালিৰপৰাই ক'ত ক'ত কিমান খৰছ কৰা হ'ল?" বুঢ়াই জানিব পাৰিলে যে প্ৰায় এটেকেলি মান ৰূপ শেষ হৈ গ'ল। অন্তৰতে ভাবিলে—"হায়, ইমান কষ্টোপাৰ্জিত ধনবোৰ শেষ হৈ যাব এতিয়া।" দীঘল হুমুনিয়াহ কাঢ়িলে বুঢ়াই।

এটেকেলি ৰূপ শেষ হৈ যোৱাৰ উপৰিও আৰু যে খৰছ হৈয়েই থাকিব এই কথাটোকে ভাবি তুবগাঙ বুঢ়াৰ হিয়া উচাপ খাই উঠিবলৈ ল'লে। "হায়াৰে টকা, হায়াৰে টকা।" বুলি হামৰাও কাঢ়োতে বুঢ়াৰ বুকুখন ফাটি মৃত্যু হ'ল। ধনৰ প্ৰতি অত্যাধিক লালসাও বুঢ়াৰ লগতে গুচি গ'ল।

এনেতে এজাক জোৰ বৰষুণ পৰিল। বৰষুণৰ পানীয়ে গাঁৱৰ মানুহবোৰৰ মনবোৰ কিছু শাঁত পেলালে।

—×—

# আবাৰী

৺ঈশান মছাহাৰী

চাওঁতে চাওঁতে আবাৰী ওঠৰ বছৰত ভৰি দিলে। এনে বয়সত ছোৱালী এজনীক গাভৰু বুলি কোৱা হয়। তাইকো আজি সেই বুলিয়েই ক'ব লাগিব। আবাৰীজনী এতিয়া চকুত লগা গাভৰু।

গাঁৱৰ সকলো মানুহ গা-পা ধুই উঠি আনন্দত উল্লাসিত। কিন্তু আবাৰীৰ মনতহে অকণো শান্তি নাই, মনটো তাইৰ উচ্‌পিচাই আছে, কি কৰিব কি নকৰিব ভাব। মানুহৰ লগত দেখা দিবলৈ টান পাই মনে মনে লুকাই ফুৰিছে।

ককায়েক উলেয়ে সিদিনাখন কাৰোবাৰ লগত কথা পাতিছিল। দিখাৰ গাঁৱৰপৰা আবাৰীক চাবলৈ মানুহ আহিব। যোৱা দুই তিনিদিনে আবাৰীৰ মনটো বৰ অস্থিৰ। দিনে ৰাতি খাওঁতে-লওঁতে তাই চিন্তা কৰিবলৈ লৈছে—তাইক চাবলৈ আহিব খোজা মানুহজনৰ বিষয়ে, তেওঁৰ চেহেৰা পাতিৰ বিষয়ে। তাই ভাবিছে তাইৰ ভৱিষ্যতৰ অমংগলৰ কথা, ভাল বেয়াৰ কথা এটাৰ পিছত এটাকৈ। আজিৰ এই সন্ধিক্ষণত আবাৰীৰ অন্তৰখন কিমানখিনি উত্তেজিত হৈছে সেইটো কেৱল তাইহে অনুভৱ কৰিব পাৰে।

সঁচা সঁচিকৈ দিখাৰ গাঁৱৰ মানুহবোৰে আবাৰীক চাবলৈ আহিল। আবাৰীৰ হঠাতে ইমান আঁতুৰ-বিতুৰ কৰা কাৰণ নাজানিছিল। পিছত তাই গম পালে যে ল'ৰাজন লেঙেৰা আৰু তেনেই কুঁজা। কাম বন কৰিব নোৱাৰে, ঘৰৰ এটি বোজা স্বৰূপ কোনো কামতে নলগা মানুহ। গুজিয়ে মুৰ জোকাৰি ন'হব, বুলি কৈছিল। গাঁৱৰ সকলোৱে তাইক বুজনি দিছে—কন্যা যেনে বৰো তেনে হ'ব লাগে। মানুহৰ কথাতেই ককায়েক উলেয়েও খাৰু ৰাখি দিলে।

আবাৰীয়ে ডেকাজনৰ বিষয়ে সকলোখিনি জানিব পাৰিলে। ঈশ্বৰৰ ওচৰত শৰণাপন্ন হৈ তাই ক'বলৈ ধৰিলে—"হে প্ৰভু মোক তুমি লেঙেৰা কৰি সৃজন কৰিলা, তুমিনো মোৰ জীৱনৰ লগৰীজন এজন ভাল মানুহ বাচি দিব নোৱাৰিলা কিয়? তাই আৰু ভাবিলে, "মোৰ ভৱিখন বেয়া হ'ব পাৰে, কিন্তু মইতো কামৰ মানুহ, মইতো ইমান এলেহুৱা নহওঁ কোনো কাম কৰিব নজনা নহওঁ। মনেৰে ভাল নলগাজনকনো মই কিয় বিয়া কৰাম? মই কিবা নিজৰ ভৰিত নিজে থিয় হ'ব নোৱাৰো নেকি? মই তেনে পুৰুষৰ লগত বিয়াত নবহোঁ। খাৰুবোৰ ওভোতাই দিয়া ভাল হ'ব। সঁচা কথা আবাৰী সিমানখিনি লেঙেৰী নহয়। সৰু কালতে ভৰিত ফোঁহা এটি হৈছিল, বেয়াকৈ ভাঙি দিয়াত টেমুনা এটি যেন হৈ থাকিল। ঘৰৰ কাম বন কৰাত কোনো অসুবিধা নহয়। চাৰি পাঁচটা এনেকি ছটাকৈ গৰকা মাৰি কাপোৰত ফুল বাচিব জানে, কলত বোৱা কাপোৰৰ ফুলবোৰকো তুলিব জানে? ভুঁই ৰোৱা, কঠিয়া তোলাত ঘৰৰ কাম বনত তাই গাঁৱৰ অন্য গাভৰুতকৈ আগৰণুৱা আৰু পাকৈত। এবাৰ বোৱা-কটাৰ প্ৰতিযোগিতা এখনত আবাৰীয়েই প্ৰথম স্থান লাভ কৰিলে আৰু পুৰস্কাৰো পালে। তেনেস্থলত তাই কেনেকৈ অপদাৰ্থ ডেকা এটাক পছন্দ কৰে? অন্ততঃ নিজতকৈ অলপ হ'লেও ভালজনকহে পাবলৈ প্ৰতিজনী গাভৰুৱে বিচাৰে। তাই খঙতে কিবাকিবি ক'লে। আবাৰীৰ টান কথাত ঘৰৰ আটাইৰে দুখো লাগিল আৰু মৰমো লাগিল ককায়েকেও খাৰুবোৰ ওভোতাই দিলে। আবাৰীয়েও অলপ শান্তি পালে।

তিনিটা বাৰিষা মনে মনে পাৰ হৈ গ'ল। আবাৰীতকৈ সৰু ছোৱালীবোৰৰে বিয়া-বাৰু হৈ গ'ল। ক'ববাত দুই এজনীহে বৈ আছে। সেইবোৰেই হ'ল আবাৰীৰ লগৰী। ভনীয়েক মাইক্ৰিও এতিয়া বিয়াৰ উপযুক্ত হৈছে।

আবাৰীৰ মনটো এতিয়া গহীন, গম্ভীৰ হ'ল। জাজিগুৰীৰপৰা ডেকা-গাভৰু, বুঢ়া-বুঢ়ী তিনি গণ্ডামান আহিছে মাইক্ৰিৰ তামোল



কাটিবলৈ। আবাৰীয়ে নাজানে এইবোৰৰ বিষয়ে। তাই অনুমান কৰিছে, ক'ৰবাৰপৰা তাইকে চাবলৈ মানুহ আহিছে। কিয়নো ঘৰখনৰ ভিতৰত তাইয়ে ডাঙৰ। তাইৰ অন্তৰখন উচাপ খাই উঠিল। কিয়নো বিয়া বুলিলেই তাইৰ আজি কালি বেয়া লগা হৈছে। দুখ পোৱা হৈছে। ডেকাজন ভাল হলেও এতিয়া তাইৰ সেইবোৰলৈ বিশ্বাস নোহোৱা হৈছে। মাক আৰু ককায়েকে মুঠি খাৰু ৰাখিলে। আবাৰীয়ে লাজ মান কাতি কৰি থৈ মাকক সুধিলে—"খাৰুবোৰ যে ৰাখিলা, মোকতো একাষাৰো নুসুধিলা? ডেকাজনক যদি মই পছন্দ নকৰোঁ তেন্তে?"

মাকৰ মুখত মাত নোলাল। আবাৰীয়ে তেনেকৈ কোৱাত মাকৰ বুকুখন ফাটি যোৱা যেন হ'ল। মাকে ভাবিলে বায়েকৰ বিয়া নোহোৱঁ-তেই ভনীয়েকৰ কাৰণে খাৰু ৰখাটো ভাল নহ'ল, পাপৰ কথাহে হ'ল। লাজ মান এৰি আবাৰীয়ে এনেকৈ সোধাটো বেয়া হোৱা নাই। তাই এই আয়োজনৰ বিষয়ে একোকে নেজানে। আচলতে তাইৰহে বিয়াখন আগতে হ'ব লাগে।

মনে মনে থকা দেখি আবাৰীয়ে অন্তৰত আঘাত পালে। তথাপি তাই সুধিলে, "মনে মনে থাকিলা কিয় আই? কথাটো সুধি মই বেয়া কৰিলোঁ নেকি? ল'ৰাজন ভাল। লিখা-পঢ়া জানে, মাইনৰত পঢ়া।"

কেনেকুৱা ভাল? স্বভাৱ-চৰিত্ৰই নে চেহেৰাই-পাতিয়ে পিছত জানিবি।" গুজিয়ে ক'লে।

মাকে আৰু একো ক'ব নোৱাৰিলে। কিয়নো তাই নিজৰে আপোন জীয়েকক ঠগাবলৈ লৈছে। আবাৰীৰো মনত কিন্তু অলপ সন্দেহ থাকি গ'ল। তাই মাকৰ আৰু ককায়েকৰ ভাব-ভংগী কিছু ধৰিব পাৰিলে। তাইক নহয়, ভনীয়েক মাইক্ৰিকহে খাৰু দিছে এইটো আনে নক'লেও তাই বুজিলে সেইকাৰণে তাই তলমুৱা হৈ অইন ফালে গুচি গ'ল লাহে লাহে—মুখত এটা শুকান হাঁহি লৈ।

কিয় জানো আবাৰীয়ে খীনাবলৈ লৈছে। গাঁৱৰ সকলোৱে য'তে ত'তে আলোচনা কৰে, তাইৰ দেহৰ এনে অৱস্থাৰ বিষয়ে। তাইৰ

ৰূপ-লাৱণ্য ম্লান পৰি গল, গাল মুখবোৰ যেন তললৈ বহি গ'ল আগৰদৰেই তাই ধুই মেলি চুলিত তেল নিদিয়া হ'ল, মুৰ ফনিয়াবলৈ এৰিছে, এদিন ফনিয়ালে এসপ্তাহমানলৈ থকা হ'ল। কোনোবাই কিবা ক'লে তাই উত্তৰ দিয়ে— "লাহ বিলাহ কৰিবলৈ মোৰ আৰু বয়স নাই। শোভাও নাপায় এতিয়া" নতুনকৈ বোৱাৰী হৈ অহা তিৰোতাৰ লগত তাই নাথাকে। ল'ৰা-ছোৱালীৰ মাক হোৱা তিৰোতাবোৰহে এতিয়া তাইৰ লগৰী হ'ল। হাঁহি তামাচা কৰিবলৈকো তাই একেবাৰে এৰি দিলে। কেৱল কামহে কৰিব লাগে, এইটোকে জানে তাই। নিজৰ ভাই-ভনীৰ প্ৰতিও তাইৰ মৰম কমি আহিল, বেয়া কথা আলোচনা কৰা সময়ত সিহঁতৰ উপস্থিতি কামনা নকৰা হ'ল। হাঁহি তামোচা তাইৰ বাবে আজি চিক্-মিক্ বিজুলী স্বৰূপ। সদায় সকলোতে তাইৰ মনলৈ আহে কেৱল এটা কথা আৰু এখনি মুখ। কিন্তু তাইৰ কাৰণে লাজেই হ'ল ডাঙৰ বস্তু। বুকুখন ফাটে অথচ মুখখন নোখোলে মন যায় অথচ ভৰি নাযায়।

ভনীয়েক মাইক্ৰিৰ বিয়ালৈ আৰু বেছি দিন নাই। দখনা, সোণ, ৰূপ, কেৰু, শাখা, শংখ, তেল, ফণি আদি আটাইবোৰ বস্তু ইতিমধ্যে কিনা হ'ল।

মাইক্ৰিৰ বিয়াখন বৰ ধুম-ধামেৰে হৈ গ'ল। তাই এতিয়া গিৰিয়েকৰ ঘৰত। বিয়াৰ সময়ত আবাৰীক অলপ হাঁহি মুৱা যেন দেখা গৈছিল। আনৰ বিয়াত হোৱাৰ দৰে। কিন্তু অতি কম সময়ৰ ভিতৰতে তাইৰ মুখখন আগৰ দৰেই গহীন গম্ভীৰ হ'ল। উদাস-উদাস লগা তাইৰ মনটো যে পানীয়ে তিতিব নোৱাৰা শুকান বালিহে। তাই ভাবিলে, তাইৰ আৰু বিয়া ন'হবগৈ। বিয়া বুলিলেই তাইৰ বেয়া লগা হ'ল।

গাঁৱৰ মানুহবোৰে ককায়েকক গালি পাৰিলে আবাৰীৰ খাৰুবোৰ ওভোতাই দিয়াৰ কাৰণে। ককায়েকে আবাৰীক কথা শুনোৱা হ'ল, অশ্লীল ভাষাৰে। সুযোগ পালেই ককায়েকে কয়— "তোৰ কাৰণে মই সকলো ঠাইতে লাজ পাবলগীয়া হ'ল। তই তোৰ ইচ্ছামতে কাৰোবাৰ ঘৰ সোমোৱাগৈ যা, নহ'লে মৰি থাকগৈ।"



আবাৰীৰ অন্তৰখন কান্দি উঠে, মাজে মাজে। ঘৰখনৰ সুখৰ কাৰণে তাই সকলোখিনিকে কৰিব খোজে, অথচ তাই মৰিব নোৱাৰে। কাৰণ তাই মাকক এৰিব নোৱাৰে।

চাওঁতে চাওঁতে আৰু বাৰিষা এটি পাৰহৈ গ'ল। আবাৰীৰ মনটোও বেলেগ হৈ পৰিল। হঠাতে বতাহৰ লগত ক'ৰবাৰপৰা নতুন আশাৰ ঢৌ এটি ভাহি অহাৰ দৰে তাইৰ অন্তৰতো নতুন আশা এটিৰ জোঁৱাৰ উঠিল। তাই শুনিছে, শিমুলুগুৰিৰ এজন ডেকাই তাইক পালে বিয়া কৰাব। ডেকাজন সিমান বেয়া নহয়, তাক তাই আগতে দেখিছে। তাই ডেকাজনক ভাল নোপোৱা নহয়; কিন্তু ডেকাজনে বিচাৰে তাই গৈ ঘৰ সোমাওঁক। আবাৰীয়ে আজি সেই কথাটো শুনি বেয়া পোৱা নাই আৰু লাজো পোৱা নাই। কিয়নো এতিয়া তাই নিজৰ ভৰিত নিজে থিয় দিব পৰা হৈছে আৰু ইয়াৰবাবে তাই লাজেইবা কৰিব কিয়?

এদিন ভাল দিন বাৰ চাই সন্ধ্যাৰ এক শুভমূহুৰ্তত নিজৰ দখনা এখনকে লৈ ডেকাজনৰ ঘৰ সোমাবলৈ বুলি ওলাই গ'ল তাই। তাইৰ ডিঙিত আছে বজৰুৱা হাৰ এডাল, হাতত আছে খাৰু এপাত আৰু এটি আঙ্ঠি। তথাপি আজি তাই অতি সুখী তাইৰ হাঁহিটোৱে আজি মুখত আচলৰূপ পাইছে।

—×—

# মূক

প্ৰসেনজিৎ ব্ৰহ্ম

উঠোন নে নুঠোকৈ, (ব'বী) লাজকুৰীয়া দখনা খনি ককাঁলৰপৰা বুকুৰ ওপৰলৈ তুলি উঠি আহিল। বেৰৰ এচুকত বহি আউল লগা সূতাৰ আঁত বিচাৰি থকা অমাছীয়ে দুৱাৰ মুখত আহি থিয় দিলে, তাই বাহিৰলৈ চাই পঠিয়ালে। কুলি চৰায়ে শালৰ কুঁহিপাতৰ আঁৰত থাকি জোকাবলৈ লয়—"কু-উ, কু-উ!"

ধূসৰ, মসৃণ ডাৱৰ এচপৰাই বিশাল আকাশত বতাহৰ সৈতে উমলিছে। ভঁৰালৰ দুৱাৰ দলিত পাৰ যোৰে ডেউকা মেলি নাচিছে, ঘূৰি-ঘূৰি 'বাগুকুম্বা-বাগুকুম্বা' বুলি কিবা কথা পাতিছে।

পাকঘৰৰ নিচেই কাষতে থকা ফুলে জাতিস্কৃত জেতুকা জোপাক পখিলাবোৰে আগুৰি ধৰিছেহি। গাঁৱত তাল-চিফুঙৰ সুপ্ত সুৰ ধ্বনিত লগে লগে ডেকা গাভৰুৰ সুমধুৰ সংগীতৰ সুৰো ভাঁহি উঠিল। ৰিণিকি-ৰিণিকি, সুৱদী কণ্ঠেৰে।

অমাছীয়ে দুৱাৰ মুখৰপৰা চোতাললৈ আহি তাঁত শালৰ খুটাত-আউজি জোখৰ চিন পাবলৈ অলপহে বাকী থকা ফুলাম কাপোৰখনি চায়হি। তাই জঁপিয়াই জঁপিয়াই হালি-জালি নচা ভংগীমাৰে কিয় জানো অকলে অকলে উদ্‌বাউল হয়, ইফালে সিফালে অনুসন্ধিৎসু দৃষ্টিৰে চাই। তাই কাঁজলি দাওঁৱা ফুল বুটলি লৈ ওপৰলৈ ছটিয়াই দিয়ে, পুণৰ বুটলি ৰঙা সূতাৰে মালা গাঁঠি পিন্ধে।

জেতুকাৰ বোলেৰে হাত ৰঙায় মেলি চাই তাই ৰংমনে হাঁহে। কলা ফুললৈকে বৈ পৰা চুলি টাৰিৰে আউলি-বাউলি হৈ দৌৰি জুপুকা মাৰি থকা তামোলৰ পুলিটো ধুনীয়া হাতখনিৰে বহল বুকুত



সাৱটি লয়গৈ, প্ৰকৃতিৰ ৰহস্যময়ী বুকুত অমাছী এখন্তেক অভিভূতা হয়……।

মাকজনী ক'ৰবাৰপৰা আহি অমাছীক পোনে-পোনে খেদি আহে আৰু চুলিকোচাত ধৰি টানি বেৰৰ চুকত নি পুনৰ থৈ দিয়েগৈ। কয়—"লাজ নাপৰ, তেনে কৰিবলৈ, বাটকুৱাবোৰে বাৰু কি ভাবি গ'ল" তোক, হতাচিৰি? বাহিৰত ওলাবলৈ তোক হাক দি যোৱা নাছিলোঁ? মাতিব পৰা হ'লেতো আৰু কথাই নাছিল, নাতেশ্বৰী?

মাকে চুলিত ধৰি উঠায় আৰু এবাৰ সজোৰে কোব দিয়ে। কুলি চৰায়ে ডিঙি মেলি মেলি মাত লগায়—"কু-উ, কু-উ।" ফিৰ-ফিৰীয়া বতাহ জাকত বৈছালী, জৈমালী, সবেন, দফেনইঁতৰ মন ভুলাই দিয়া সংগীতৰ সুৰ ভাঁহি উঠে।

ভনীয়েক খাওঁছীয়ে বেৰৰ জলঙাৰে চাই হাঁহি দিয়ে। অমাছীয়ে আউল লগা সূতাখিনি পাচিৰপৰা বুটলি পুনৰ হাতত লয় আৰু তন্ময় হৈ মাকৰ পিনে ৰ'লাগি চায়, চকুলো এটোপাও নিগৰি পৰে।

সংসাৰত তাই বেচেৰী অমাছী……।

—×—

# অৰগে

জনিল কুমাৰ ব্ৰহ্ম

নিজৰ চেহেৰাটো দেখনীয়াৰ হওঁক বুলি আশা কৰাটো সংসাৰৰ প্ৰায় প্ৰতিগৰাকী ডেকা-গাভৰুৰে স্বভাৱ। ঘনাই আৰ্চি চোৱা, ঘনাই মূৰ ফনিয়াটোও ডেকা-গাভৰুসকলৰ স্বভাৱজাত অভ্যাস। কিন্তু বাগ্ৰাংপাৰাৰ গাভৰু অৰগেৰ সেইবোৰৰ প্ৰতি কোনো খেদ নাই। ককঁাল কুঁজীয়া, দাঁত ওলোৱা ডিঙিত গৰল থকা, ডাঙৰ কেঁচুৰ মূৰটোৰ দৰে হাতৰ আঙুলিবোৰেৰে দেখাত তাই তেনেই কুৎচিৎ। সৰুৰেপৰাই আনৰ ঘৰত বোৱনী হিচাপে থাকি দেহত তাইৰ বয়সৰ আঁচোৰ বাৰুকৈয়ে পৰিবলৈ লৈছে, বুঢ়ী হওঁ হওঁ হৈছে। বিয়াৰ বয়স কেতিয়াবাই অতিক্ৰম কৰিলে। মাক বাপেকেও গাভৰুকালতে তাইৰ প্ৰতি মনোযোগ নিদিলে। আজি তাইক দেখি সংসাৰৰ সকলোৱে হাঁহে।

শৰৎকাল। দাওঁবাগুৰীৰ বাছিৰাম মহাজনৰ ঘৰত তাই বোৱতী হিচাপে এইবাৰ থাকিবগৈ লাগিব। অইন অইন বোৱতীয়ে কাপোৰ কানি, দখনা-দালিৰ আগতীয়া বন্দোবস্ত কৰে। অৰগেৰ কিন্তু এইবোৰ একো নাই। একো নেপায়। মদাপী থোৱাই কিন্তু বাৰিষাকালতে পাঁচমোন ধান নি খাই থলে। বেছেৰী অৰগেয়ে মাকে পিন্ধা দখনাখনকে পিন্ধি লৈ বাছিৰাম মহাজনৰ ঘৰত থাকিলগৈ। অৰগেৰ চেহেৰাপাতি দেখি গাঁৱৰ সকলোৱে হাঁহিলে। ভগবানেই তাইক তেনেই কুৎচিৎ ৰূপ দি সৃষ্টি কৰিছে।

ইয়াৰ ওপৰিও তিনি চাৰিটামান কু-অভ্যাস আছে তাইৰ। শাল গছৰ পাতেৰে চাধা মেৰিয়াই বিড়ি নাখালে তাই থাকিব নোৱাৰে। কেতিয়াবা কেতিয়াবা বিচনাতো পেচাব কৰে। ভাত আঞ্জা ৰন্ধা



সময়তো মাছ-মাংস মনে মনে খোৱা অভ্যাস আছে। এইবোৰেই হ'ল অৰগেৰ এৰিব নোৱাৰা কু-অভ্যাস।

বোৱতী হৈ থকা দুদিনমানহে হৈছিল অৰগেৰ। বাছিৰাম মহাজনৰ ঘৈণীয়েক লাইশ্ৰীয়ে অৰগেক পাক-ঘৰতে শুবলৈ দিয়াত অৰগেও ভূতাটোৰ সমান তাইৰ টোপোলাটো খুলি মেলি শুবলৈ ল'লে গাঁৱৰ এমখা গাভৰুও শোৱে বাছিৰাম মহাজনৰ ঘৰত। গোটেই দিনটোৱে পৰিশ্ৰম কৰা হেতুকে বিছনা লোৱাৰ লগে লগেই তাইৰ টোপনি আহি যায়।

ৰাতিপুৱাবৰ হ'ল। অৰগেয়ে বাৰিষা কালৰ সপোন দেখিছে। কলহৰ কানে পানী ঢলাদি বৰষুণ দিছে। গাঁৱৰ পথাৰবোৰত ফেনে-ফুটোকাৰে পানী বাঢ়িবলৈ লৈছে। এই সপোনটোকে দেখি অৰগেয়ে বিছনাতে পেছাব কৰি দিলে। বিছনাখন তেনেই তিতি পেলালে।

"ছিঃ ছিঃ বাপেকৰ ঘৈনীয়েক অৰগেয়ে পেচাব কৰি দিলে কিজানি। বিছনাখন একেবাৰে তিতিল।" মোৰ দখনাখনো তিতিল। লগৰ গাভৰুবোৰে খঙতে গালি পাৰে অৰগেক।

অৰগেয়ে শালপাতেৰে কৰি লোৱা আধাহোপাকৈ খোৱা বিড়ি এছোঁৱা মুখত লগাই ধোঁৱা উৰুৱাই আপোন মনে হুপি থাকে। লগৰ গাভৰুবোৰে খঙতে কি কৰিব কি নকৰিব কৈ আটাইবোৰেই বিছনাৰপৰা উঠি বহে। বৰ চিঞৰ-বাখৰ কৰিও গালি পাৰিব নোৱাৰে, ওচৰতে মহাজনেও শোৱে। চাকৰ কেইজনো ওচৰৰ কোঠাতে শোৱে। বৰ লাজৰ কথা হ'ল, অৰগেৰ কামটো। লাজমান কাতি কৰি কাপোৰৰ টোপোলা কৰি ঘৰৰ এচুকত থৈ দিয়ে অৰগেয়ে।

ৰাতি পুৱাল। পাকঘৰত কোনোৱে সোমাব নোৱাৰিলে। বয়সীয়াল গাভৰু ছোৱালীৰ পেচাব, গোটেই ঘৰটোৱে দুৰ্গন্ধময় হ'ল। মহাজনৰ ঘৈনীয়েক লাইশ্ৰীয়ে গাভৰু সকলকহে বাৰে বাৰে গালি পাৰিবলৈ ধৰিলে। অৰগেয়ে নিৰ্দোষীৰ দৰে দেখুৱাই ধোঁৱা উৰাই বিড়ি হুপি হুপি চোতাল সাৰি থাকে।

অলপ পিছত পাকঘৰত সোমাই মহাজনৰ ঘৈনীয়েক লাইশ্ৰীয়ে দেখা পালে ঘৰৰ এচুকত অৰগেৰ কাপোৰৰ টোপোলা এটি। পাৰে মানে বকি অৰগেৰ কাপোৰৰ টোপোলাটি বাহিৰৰ চোতাললৈ দলিয়াই পেলালে লাইশ্ৰীয়ে। সেইদিনাৰপৰা অৰগেৰ শোৱা ঠাই কুকুৰা চৰাইৰ গৰাল ঘৰতহে হ'লগৈ।

গাঁৱৰ মানুহে অৰগেক 'মুতুৰী' বুলি জোকাবলৈ লোৱা হ'ল। চাকৰবোৰেও হোৱাই নোহোৱাই আহোঁতে যাওঁতে জোকাব খোজে। উং আং কৰিব খোজে অৰগেয়ে।

এদিনৰ কথা। বাছিৰাম মহাজনৰ চাৰি পাঁচজন মান বন্ধুৱে মিতিৰ খাবলৈ আহিছে, পুৰণি স্কুলীয়া বন্ধু-বান্ধৱ। বহুদিনৰ মূৰত আহিছে। মহাজনৰ নিৰ্দেশত মতা খাহী কুকুৰাটোকে মাৰিলে লাইশ্ৰীয়ে। মাংসৰ এভাগ ভাঁজিলে, এভাগ নেপালী কঁচুৰে ভালকৈ বান্ধিলে। আলহী কেইজনে চাহ-তাহ খাই ক'ৰবালৈ ফুৰিবলৈ ওলাই গৈছে। আলহীসকল ঘূৰি আহি পাইমানে চাকৰ বাকৰবোৰক আগতে খুৱাই ধুৱাই ল'বলৈ মন কৰিলে লাইশ্ৰীয়ে। ভাতখিনি সাঁজি দিবলৈ অৰগেক কৈ লাইশ্ৰীয়ে আলহীসকলক চাবলৈ বুলি বাটলৈ ওলাই গ'ল। অৰগেয়ে এতিয়াহে সুবিধাটো পালে। বুগোবক ভাত সাজি দিয়ে অৰগেয়ে। ভজা মাংসখিনি ডাঙৰ বাতিৰে এবাতি আৰু নেপালী কঁচুৰে বন্ধা আঞ্জাখিনিৰো মঙহৰ টুকুৰা চাই সৰহকৈ দিলে বুগোবক। তুই এবাৰ জোকোৱাটোকে তাইক মন খোৱা বুলি ভাবিছে চাগে' অৰগেয়ে। বুগোবক দেখা পালেই অত্যন্ত আনন্দ লাগে অৰগেৰ। কোনোদিন নোপোৱা নোপোৱাকৈ ভাগত ইমান গাল কুকুৰাৰ মঙহ পাই খাই অতাব নোৱাৰা যেনহে পালে। বুগোবক সৰহকৈ মঙহ খাবলৈ দিলে, সেয়াই মাত্ৰ অৰগেৰ দোষ নহয়, নিজেও লগতে কেৰাহীৰ ওচৰত বহি লৈ তিনি টুকুৰামান মঙহ এৰি বাকীখিনি খাই থলে। খাই বই অৰগে ওলাই গ'ল গুন্দ্ৰাবিলত মাছ মাৰিবলৈ। এতিয়া আলহীসকলৰ কি হ'ব?



লাইশ্ৰী আহি আছে। আলহীসকলো পাছে পাছে। আলহীসকলক ভাত খোৱা কোঠাত বহিবলৈ দি ভাত সাজি দিয়াৰ বাবে আয়োজন কৰিবলৈ কয় লাইশ্ৰীয়ে। ভাতখিনি সাজি আঞ্জা-তৰকাৰীৰ কেৰাহীত চাই দেখে মাত্ৰ কেৰাহীৰ তলীত তিনি টুকুৰা মানহে ভঁজা মঙহ। কঁচুৰে বন্ধা মঙহৰ আঞ্জাখিনিও দুবাতি মানহে হ'বগৈ। বৰ লাজৰ কথা হ'ল লাইশ্ৰীৰ কাৰণে। লাজ মান কাতি কৰি বাতিপুৱা গোৱালৰপৰা বাখা এৰ্‌াঁ গাখীৰ এসেৰকে তপতাই কোনো-ৰকমে এবাতি এবাতিকৈ দিলে আলহীসকলক। লগত শুকান জলকীয়াৰ চাটনি।

খানাটো ভাল নহ'ল। মাছ মঙহৰে বৰ অভাৱ। "সুদা ভাতকে খাওঁক, আৰু কি কৰিম" বুলি কৈ পাকঘৰত সোমায়গৈ লাইশ্ৰীয়ে।

"হ'ব হ'ব" বুলি আলহীসকলেও খাবলৈ লয়। কিন্তু দুগৰামান ভাতকে খাব নোৱাৰিলে তেওঁলোকে। চেনি দিয়া এঁৰা গাখীৰৰ মিঠা স্বাদ। আনফালে শুকান জলকীয়াৰ কাণমূৰ গৰম কৰা জলা। বাছিৰাম মহাজনে খঙে লাজে একোকে ক'ব নোৱাৰা হ'ল।

ৰবিচোন লাইশ্ৰী, আলহীসকল যাওঁক। আজি তোক বাপেৰৰ বিয়া দেখুৱাইহে এৰিম। মনতে ভাবি নিশ্চুপ হৈ থাকে বাছিৰাম। আলহীসকলে প্ৰথমবাৰ দিয়া ভাতখিনিকে খাই শেষ কৰিব নোৱাৰিলে। ভাত খাবলৈ লওঁতে আলহীসকলে মনে মনে ভাবি থাকিল অথনিয়ে ইমান ডাঙৰ খাহী কুকুৰা এটা মাৰা দেখা পাইছিলো। কথাবোৰ কেনেকুৱা হ'ল বাৰু…??

খাই লৈ আলহীসকল নিজ নিজ ঘৰলৈ গুচি গ'ল। বাছিৰামে কথা নাই বতৰা নাই ঘৈণীয়েক লাইশ্ৰীক খৰিকটা কুৱাৰ ভগা নালেৰে ধুম ধামকৈ কোবায় তোৰ কাৰণেই আলহী চালহী আহিলে মই অপমানিত হ'ব লাগে আৰু দু-আষাৰ মান কয় বাছিৰামে। চাকৰ বুগোবয়ে ততাতৈয়াকৈ আহি বাধা নিদিলে বাছিৰামে আৰু কোবালে-হেঁতেন।

এই কাণ্ডটো অৰগেৰহে হ'ব পায়। মই দেখোন মাংসকে খাই শেষ কৰিব নোৱাৰিলোঁ। কথাবোৰ কৈ দিয়ে বুগোবয়ে। বাছিৰামে "মোৰ বৰ অন্যায় হ'ল" বুলি মনে মনে তলমূৰ হৈ থাকিল। লাইশ্ৰীয়ে কান্দি কান্দি বিছনাত গৈ পৰি থাকিল।

বেলি মাৰ যাবৰ হ'ল। দ্ৰুত গতিৰে খোজ কাঢ়ি আহি আছে অৰগেয়ে মহাজনৰ ঘৰৰ ফালে। বাটত লগ পাই বুগোবেয়ে সোধে- "মাছ পাইছা নে অৰগে ভন্টি ?"

হাঁহো নাহাঁহোকৈ কয় অৰগেয়ে—"নাই, জাকৈখনৰ কাম নাই। জাকৈ বোৱাই হোৱা নাই। মাছও নাই। এখালৈ শামুকহে বুটলি আনিলো। "মাছ ধৰিব নাজানে, জাকৈ খনকহে দোষ দিলে অৰগেয়ে। কাম-কাজ ভালকৈ কৰিব নোৱাৰে কথা নাই। মাছ মৰাতো কামত নাহে। অইন অইন গাভৰুবোৰে খালৈৰ ডিঙিলৈকে বোজাই মাছ পাইছে। অৰগেয়ে পাইছে এখালৈ শামুকহে। ঘৰ আহি পায়েই এমুঠা চাধা শাল পাতেৰে মেৰিয়াই গাড়ীৰ ধোৱাঁৰ দৰে এৰে অৰগেয়ে। তেতিয়াহে ভাগৰ পলোৱা যেন লাগে অৰগেৰ।

"তেতিয়া ৰাতিপুৱাৰ কুকুৰা মাংস ইমান কমকৈ ৰ'ল কিয় অৰগে ?" সোধে লাইশ্ৰীয়ে।

"বুগোবক দিছোঁ।" উত্তৰ দিয়ে অৰগেয়ে। "গোটেইখিনি বুগোবক মাত্ৰ কিয় দিলি ?" লাইশ্ৰীয়ে পুনৰ সোধে।

মইও খাইছোঁ। অৰগেৰ উত্তৰ।

বৰ ঘৰৰ বাৰান্দাত বহি থাকি মনে মনে কথাবোৰ শুনি থাকে বাছিৰামে। "ছিঃ ছিঃ মোৰ বৰ ভুল হৈছে। লাইশ্ৰীক কোবোৱাটো।" "মনে মনে ভাবি থাকে বাছিৰামে। অৱশ্যে দোষটো অৰগেৰ হলেও অৰগেকটো গালি ধাপলি পাৰি কোবাব নোৱাৰি। তাই আনৰ জীয়ৰী। তাৰোপৰি অৰগেক খেদি পঠালে অৰগেৰ বাপেকৰপৰা কোনো ক্ষতি পূৰণ পোৱা নেযাব। ইয়াকে বহু পৰলৈ চিন্তা কৰি বাছিৰামে ঘৰৰ ভিতৰত সোমায়।



খৰালি কাল পাৰ হ'ল। বাৰিষা কালৰ নতুন বহাগ মাহ। চাকৰ বুগোবৰ অলপতে ওলাই যাবৰ সময় হ'লহি। অৰগেৰো ৰোৱতীৰ পাল শেষ হ'বৰ হ'ল। বাছিৰাম মহাজনেও নতুন চাকৰ ৰোৱতী আনিব। এতিয়াবা কেনেকুৱা চাকৰ ৰোৱতী থাকেহি ? "তাকে চিন্তা কৰি থাকে বাছিৰামে। অৰগেৰ বিষয়েতো ভাবিলেই ভয় লাগে। ইপিনে মহাজনৰপৰা ওলাই যোৱাৰ আগতেই বুগোবৰ লগত ডুআযাৰমান প্ৰেমৰ কথা পাতিবলৈ চেগ চাই আছে অৰগেয়ে। দিনে ৰাতি বুগোবে জোকোৱা কথাবোৰলৈ মনত পাৰি থাকে। "মই বাটি ভৰাই দিয়া মঙহে মঙহ খাই তৃপ্তি পাইছিল সি। বৰ্ত্তমান বুগোৱে মোক ভাল পায় চাগে। নহ'লে খাওঁতে লওঁতে সি মোক সদায় কিয় জোকাই থাকে বাৰু ?" ইয়াকে বাৰে বাৰে মনত পৰি কোমল হৃদয়খন ভাগি যাব খোজে অৰগেৰ। কথা হ'বলৈ বুলি সময় কণকে নেপালে অৰগেয়ে। সেয়েহে যাবৰ পৰত সুবিধা বুজি এদিন বুগোবক লগ ধৰি সোধে—"এইবাৰ কাৰো তাত আৰু নাথাকাগৈ নেকি ককাইদেউ ?"

"অহো ! বুগোৱে কয়।"

"ককাইদেউৰ জানো নবৌ ঠিক কৰা হ'ল ? আৰু সোধে অৰগেয়ে।"

"অ, চোৱা হৈ গ'ল। এইবাৰেই বিয়াখন পতা হ'ব। তোমাৰ আক' ? বুগোবে সোধে। বুগোবৰ প্ৰশ্নই অৰগেৰ কাৰণে উত্তৰ দিব নোৱাৰা আৰু অত্যন্ত দুখৰ কথা হ'ল। দীঘল হুমনিয়াহ কাঢ়ি উত্তৰ দিলে—

"আমাকনো কোনে নিব ককাইদেই ? লিখা পঢ়া নজনা অশিক্ষিতা ছোৱালীক। কতা, যাক আশা কৰো সেয়ে এৰি যায় দেখোন।" কথাখিনি একে উশাহতে কৈ পিছ মুখ দি ৰয় অৰগেয়ে। দুখৰ হুমনিয়াহ কাৰি লাহেকৈ খোজ দিয়ে তাই। অ' চোৱা হৈ গ'ল। এইবাৰেই বিয়াখন পতা হ'ব, বোলা, বুগোবয়ে কোৱা এইকথা-

খিনিয়েই অৰগেৰ বুকুত শেলে বিন্ধা দিয়াৰ দৰে কৰে। দুখে বেজাৰে শোৱা কোঠা কুকুৰাৰ গৰাল ঘৰত সোমাই পৰেহি। ভগা আৰ্চি এটুকুৰাত নিজৰ মুখ মণ্ডল ভালকৈ চাবলৈ ধৰে। "বাঘৰ মুখৰ দৰে বহল মুখ, দাঁতপাৰি ওলাই অহা, ভোটা নাক, নিশাৰ অন্ধকাৰৰ দৰে ক'লা গা।" অৰগেৰ মুখ মণ্ডলৰ প্ৰকৃত চেহেৰাটো দেখা গ'ল ভঙা আয়নাৰ টুকুৰাত। তাইৰ প্ৰকৃত চেহেৰা আজিহে দেখিবলৈ পালে। নিজৰ চেহেৰাটোক নিজেই ঘৃণা কৰিবৰ মন যায় অৰগেৰ।

"আজিৰ দিনত স্বভাৱ-চৰিত্ৰ যিয়েই নহওঁক, চেহেৰা পাতি নেথাকিলে ছোৱালীৰ পক্ষে বিয়া-বাৰু হোৱাটো কঠিন হৈ পৰিছে। সেয়েহে মোৰ আজিও বিয়া নহ'ল। কিন্তু ইযে ভগবানৰেই সৃষ্টি।" কথাবোৰ বাৰে বাৰে মনত পেলাই দুখৰ তপত চকুলো টুকে অৰগেয়ে। দুখে বেজাৰে দেখে বেলি মাৰ যাবৰ হৈছে। বুগোৰে নিজৰ টালি-টোপোলাবোৰ লৈ "যাওঁ দেই অৰগে" বুলি মিঠা মাত লগাই যায় আৰু এটুপি চকুলো টুকি কয় অৰগেয়ে—"যোৱাগৈ ককাইদেউ।"

বুগোৰ যোৱা বাটৰ পিনে কিমানবা পৰলৈ তন্ময় হৈ চাই থাকে অৰগেয়ে। অলপ পিছত তাই নিজেও কাপোৰৰ সৰু টোপোলাটো লৈ দক্ষিণপিনৰ বাটেৰে লাহে লাহে ওলাই গ'ল। বেথা ভৰা হিয়াখন লৈ গৈ থাকোঁতে চিন্তা কৰি যায়— "বুগোক জানো এই জনমত মই পুনৰ লগ পাম ???"

—×—

# গজমূৰা

প্ৰতিমা ৰাণী বসুমতাৰী

মেট্ৰিক পৰীক্ষাত ফেল কৰা মোৰ এইবাৰৰ সৈতে পাঁচবাৰেই হ'ল। পিতাই জানো কি দেখা পাই মোক পৰীক্ষা দিবলৈ কৈ থাকে, মই ক'ব নোৱাৰোঁ। সময় নাই, বতৰ নাই, পিতাই সদায় পঢ়ি থাকিবলৈ ক'লেই মোৰ খং উঠি আহে।

পঢ়াৰ বাবে খেচ্ খেচ্ কৰি থাকিলে পিতাকেই মোৰ ক'বৰ মন যায় নিজেই পঢ়ি পৰীক্ষাত নবহে কিয়। মই আৰু নোৱাৰিছো।

পঢ় বুলিলেনো মই পঢ়োঁ কি? জ্যামিতি অংক মোৰ মগজুত সোমোৱা দূৰৰ কথা, সেই কিতাপ কেইখন দেখিলেই মোৰ কেঁচু-কুমতিৰ দৰে লাদি দিবৰ মন যায়। এই এলজাব্ৰাৰ ফৰ্মূলাবোৰ কিবা আউল লগা এৰা সূতা বোৰতকৈ বেছি আলি-মিলি যেন লাগে। মোৰ মনতপৰা মতে আজিলৈকে অংকত মই দহ নম্বৰলৈকে কোনো দিনে পোৱা নাই।

বুৰঞ্জী ভূগোলৰ কথাবোৰো মোৰ মগজুত নোসোমায়। কোন ৰজাই কেতিয়া কোন ৰাজ্য আক্ৰমণ কৰিছিল। কাৰ পৰাজয় হ'ল বা বিজয় হৈ 'ৰাজাধিৰাজ' খিতাপ পালে সেইবোৰ মোৰ একানেদি সোমাই অন্য কাণেৰে ওলাই যায়। সেইদৰে ভূগোলৰ কথাবোৰো মোৰ কাৰণে সাথৰ স্বৰূপ হৈ থাকে।

সেইকাৰণে মেট্ৰিক পৰীক্ষাত মই বাৰে বাৰে থেকেচা খাওঁ এইবাৰেৰে সৈতে পাঁচবাৰ ফেল কৰিলো মই। তথাপি পিতাই মোক কিতাপৰ লগত থকা সম্বন্ধ বিচ্ছেদ কৰিবলৈ নিদিয়ে। কেৱল মই পঢ়িব লাগে, পৰীক্ষা দি থাকিব লাগে।

কেতিয়াবা পিতাক জোৰকৈয়ে ক'বৰ মন যায়—"মই আৰু নোৱাৰোঁ।" মোক আৰু পঢ়িবলৈ নপঠাবা। তুমি যদি কোৱা, লাগিলে মই হাল কোৰতে ধৰিম।

কিন্তু আজিলৈকে পিতাক মই একোকে ক'ব পৰা নাই। পঢ়িবলৈ মন নবহা কথাটোও কোৱা হোৱা নাই। কাৰণ তেওঁ অত্যন্ত কঢ়া মেজাজৰ। খং উঠিলে ছুই এটা উত্তম মাধ্যমো দিব পাৰে।

এনেইবা তেওঁ খেয়ালী স্বভাৱৰ। সদায় কপালত কোপ ৰেখা স্পষ্ট হৈ থাকে। পিতাক মই ভয় কৰোঁ। কেৱল ময়েই নহয়, মায়েও ভয়-ভয়কৈ চলে। মাই সেই কাৰণে মেজাজী বাপেৰ বুলি আমাৰ আগত কয়। মইয়ো সেয়েহে খেয়ালী পিতা বুলি আনৰ আগত কওঁ।

সেই হিচাপে পিতাই মোৰ মগজুৰ খবৰ জানে। পঢ়াশুনাৰ ক্ষেত্ৰত কিমান দূৰ আগবাঢ়িব পাৰিম তাকো তেওঁ নজনা নহয়। মোৰ স্মৃতি শক্তিৰ লগত সু-পৰিচিত হেতুকেই তেওঁ মোক আচল নামটোৰে নামাতে নিজে থোৱা নতুন নামেৰেহে মাতে। তেওঁ দিয়া মোৰ নতুন নামটো হ'ল 'গজমূৰা' এনেই কিন্তু মোৰ আচল নামটো 'বাৰগনায় নাৰ্জাৰীহে' কিন্তু বাৰগনায় অৰ্থাৎ 'সাৰিযোৱা' অৰ্থৰ নামটো হেনো মোৰ কীৰ্ত্তি-কলাপৰ লগত ৰজীতা নাখায় সেয়েহে তেওঁ গজমূৰা নামটো থলে।

ভাল নাম থকা স্বত্বেও গজমূৰা বুলি প্ৰথম মাতোতে পিতাৰ ওপৰত মোৰ খং উঠিছিল। কিন্তু শুনি শুনি এতিয়া বেয়া নলগা হ'ল কোনোবাই মোক 'বাৰগনায়' বুলি মাতিলেহে মনটো কেনেবা-কেনেবা লগা হ'ল। বাৰগনায়ৰ পৰিবৰ্তে এতিয়া মোৰ বন্দৰজং অৰ্থাৎ গজমূৰা বুলি মাতিলেহে ভাল লগা হ'ল।

মোক পিতাই, হেয় প্ৰতিপন্ন কৰিলেও মই কিন্তু নিজক কেতিয়াও হেয় নকৰোঁ। লিখা পঢ়াক বাদ দি অন্যকামত হলে মোৰ লগত ফেৰ মৰাটো যাৰ তাৰ পক্ষে সহজ কাম নহয়। টানখেল, বাতাখেল, ঘিলাখেল আদি খেলবোৰত গাঁৱৰ ভিতৰত মইয়েই একছত্ৰী সম্ৰাট বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। আনকি পানীত সাঁতোৰা আৰু পানীৰ



তলত ডুব মাৰি বহুত সময়লৈকে থকাৰ ক্ষেত্ৰতো মোক পৰাজয় কৰিব পৰাটো টান।

কিন্তু আচল কথা হ'ল এয়ে যে পিতাই মোক সেইবোৰ কামত যোৱাটো পচন্দ নকৰে। কেতিয়াবা গ'লেও কয়—'গজমূৰা' বল খেলি খাবলৈ পাবি জানো?

নহ'লে কব 'গজমূৰা' উদৰ দৰে পানীত ডুব মাৰি মাছ ধৰি নানিলে তোৰ পেটলৈ ভাত নোযোৱা হ'ল।

আৰু নহ'লে কব—গজমূৰা, থাই বৈ মহৰ দৰে দৌৰি ফুৰিলেও ভাগৰ নলগা হ'ল। পিতাৰ এনেবোৰ কথা মই লাহে লাহে হজম কৰিব পৰা হলোঁ। প্ৰথম অৱস্থাত এনেকৈ কোৱা শুনিলে অলপ খং উঠিছিল। কিন্তু তেওঁৰ লগত তৰ্কা-তৰ্কি কৰা বা কথাৰ ওপৰত কথা সাজি কোৱা মই কোনোদিন গোটাব পৰা নই। এতিয়া মই পিতাৰ ঠাট্টা-মস্কাৰে কোৱা কথাবোৰ একানেদি শুনি অন্য কানেৰে উলিয়াই দিওঁ।

কিন্তু তাৰ মাজতো পিতাৰ এটা কথা মই অজিও সহ্য কৰিব নোৱাৰোঁ। সেইটোৱে হ'ল মোক পঢ়া শুনা কৰিবলৈ কোৱা কথাটো।

মই পঢ়া শুনা কৰি শিক্ষিত হোৱাটো পিতাই কিয় জানো বিচাৰে মই ক'ব নোৱাৰোঁ। পৰীক্ষাত পাছ কৰি উচ্চ-শিক্ষানুষ্ঠানত পঢ়িলে কি হয় মই সেইটোকে ভালকৈ বুজি নাপাওঁ। মোৰ মতে জীৱন জীৱনেই। শিক্ষিত হ'লেও সেয়ে, 'বুৰ্বক' হলেও সেই একেই। সিহঁতেও খায় লৈয়ে জীৱন কটায়। জীৱিকাৰ উদ্দেশ্যেই কাম কৰে। অৰ্থাৎ খেতিয়কে খেতিৰ কাম কৰে, শিক্ষিত সকলে অফিচত চাকৰি কৰে। পাৰ্থক্য ইমানেই।

পিতাই কিন্তু কথাটো বেলেগ ধৰণে চিন্তা কৰে। তেওঁৰ আৰু মোৰ মাজত পাৰ্থক্য এইখিনিতে। তেওঁ কয়—গজমূৰা খোৱা লোৱাটো জন্তুবোৰেও কৰে। তইতো বনৰীয়া জন্তু নহয়। তই হলি মানুহ। মানুহ হ'লে খোৱা লোৱাৰ উপৰিও ভাল বেয়া চিন্তা কৰিব পৰা হ'ব লাগে। দেহা আৰু মনৰ হিত চিন্তা কৰিব পৰা হ'ব লাগে।

নিজৰ দেহ মন উন্নত কৰি আনৰ উন্নতিৰ হকেও চিন্তা কৰিব লাগে। নিজৰ চিন্তাধাৰা আৰু বিবেক বুদ্ধিৰ বিকাশ ঘটাই আনৰ সন্মানীয় হ'বলৈ নিজৰ মান-মৰ্য্যাদা বঢ়াবৰ কাৰণে যত্নপৰ হ'ব লাগে। তেতিয়াহে লোকে তোক সন্মান কৰিব। তোৰ কথা মানি চলিব। সেইবোৰৰ কাৰণেই লিখা-পঢ়াৰ আৱশ্যক আৰু মানুহে বিদ্যা শিক্ষা শিকি শিক্ষিত হ'ব লাগে।

পিতাৰ কথাবোৰ শুনি অইনে কি ভাবে নাজানো। মই হ'লে কথাবোৰ মানি ল'বলৈ টান পাওঁ। আচল কথা, মই এইবোৰ কথাৰ কোনো ভূকে নাপাওঁ। স্কুলত শিক্ষকে ব্যাকৰণত যেনেকৈ বিশেষণৰ সূত্ৰ আৰু উদাহৰণ দি বুজালে মই বুজি নাপাওঁ। পিতাৰ কথাবোৰ মই কোনো তলা নলা নাপাওঁ।

সেইকাৰণে মোক যিমানেই নুবুজাওঁক কিয়, মই ময়েই। পাঁচবাৰ কিয় পাঁচশবাৰ পৰীক্ষা দিলেও মই উত্তীৰ্ণ হ'ব নোৱাৰোঁ।

এইখিনিতে কথা এটা কৈ লোৱা ভাল। এতিয়া মই পঁচিশ বছৰ বয়সত ভৰি দিছোহি। স্পষ্ট ভাষাত ক'ব লাগিলে মোৰ এতিয়া নিজকে অভিজ্ঞ যেন লগা হ'ল। পঢ়া শুনাতকৈ মোৰ মনত অন্য বাহিৰা চিন্তাবোৰহে ওপৰা ওপৰিকৈ জুমুৰি ধৰে। মাজে মাজে মোৰ নিজকে নিজে অকৰাৰ দৰে লগা হ'ল। কিবা এটা বিচাৰিলেই যেন তৎক্ষণাৎ পাব পৰা হোৱা যেন লগা হল। কিন্তু সেইটোৱে কি বস্তু নিজেই ঠিককৈ ভাবি উলিয়াব পৰা নাই।

কথাটো হ'ল, মই কিবা এটা কথা ভাবি বৰ ভাল পোৱা হ'লো। যৌৱন প্ৰাপ্তা গাভৰু ছোৱালীক সুবিধা পালেই লুকাই চুৰকৈ চাবৰ মন যোৱা হ'ল। সিহঁতক দেখিলেই ভগবানৰ সৃষ্টিক বাৰে বাৰে ধন্যবাদ দিবলৈ মন যায়। সিহঁতৰ কোনোবা কোনোবাৰ লগত কথা বতৰা পাতিবলৈ মোৰ মাজে মাজে বৰ ইচ্ছা যায়।

কিন্তু আজিলৈকে মই এটা কথাত খাটাং হ'ব পাৰিছোঁ যে এইক্ষেত্ৰত যুৱতীসকল বৰ বুদ্ধিমতী। শ্ৰেণীত শিক্ষকে কেতিয়াবা



কোৱা সোণৰ হৰিণ ৰূপী মাৰীচ যেনহে লগা হ'ল সিহঁতক। মৰি গলেও কোনো দিন সিহঁতে ধৰা নিদিয়ে। ক'ব নোৱাৰোঁ গাভৰুবোৰেও মোক পিতাই কোৱাৰ দৰে গজমূৰা যেনহে পায় নেকি? দেখাত মই কিন্তু ঠিক গজমূৰাৰ দৰে নহয়। মোৰ হাতভৰিবোৰ দেখোন শকত-আবত মাংস পেসীযুক্ত, নাকটোও নিজৰ খিনিৰ কাৰণে কিছু আছে। চকু-ছুটিও সিমান ঢাক-খোৱা ধৰণৰ সৰু সৰু নহয়।

তেনেহলে গাভৰু ছোৱালীবোৰে মোৰ কিয় কাষ চাপিবলৈ টান পায় তাৰ কাৰণটো মই চিন্তা কৰিও পাৰ পোৱা নাই। কিছুমানে নিজৰ অজানিতে নেদেখা-নুশুনাকৈ হঠাৎ মোৰ ওচৰ আহি পালে চমকি উঠি ডাঙৰ ডাঙৰ চকুৰে চাব ধৰে। সিহঁতৰ এনে কাৰ্য দেখিলে মোৰ গালি পাৰি দিবৰ মন যায়। ভয়াতুৰ ধাতু নোহোৱাবোৰ বুলি ক'বৰ মন যায়। সেইকাৰণে পঁচিশ বছৰ বয়সলৈকে মই কাকো ভাল পাব জনা নাই। নজনা নহয়, ভাল পাবলৈ বা প্ৰেম নিবেদন কৰিবলৈকে সুযোগ পোৱা নাই।

কিন্তু ঠিক পঁচিশ বছৰ বয়সতে মই মোৰ জীৱন ইতিহাসত নতুন অধ্যায় এটিৰ সংযোজিত হয়। মোৰ জীৱন বাটত এটি যুৱতীয়ে আহি দেখা দিয়ে। যাক কেন্দ্ৰ কৰি মই এতিয়া সাতবৰণীয়া ৰামধেনুৰ সপোন ৰচনা কৰো। তাইয়ে হ'ল গাওদাঙ। যুৱতী গাওদাঙ। ৰোৱতী গাওদাঙ বুলিলেহে বেছি খাপ খাব।

গাওদাঙহঁতৰ বিষয়ে ক'ব লাগিলে পিতাৰ কথালৈ আৰু ঘূৰি যাব লাগিব। পিতা হ'ল এজন মহাজন। মোৰ আৰু ভাইটিহঁতৰ নামত চোৰাংকৈ ৰাখি থোৱা সৰ্বমুঠ ত্ৰিশ বিঘা মাটিৰ মালিক। আধি দিলে আধিয়াৰীবিলাকে মাটিখিনি কাঢ়ি লব বুলি ভয়তে পিতাই কাকো আধি-ঠিকা নিদিয়ে। নিজেই চাকৰ-নাকৰ, ৰোৱতী আদি লৈ আবাদ কৰে। সেইকাৰণে আমাৰ ঘৰত কমেও পাঁচজন চাকৰ আৰু পাঁচজনী ৰোৱতী বছৰ দিন ধৰি থাকে। গাওদাঙ আমাৰ ৰোৱতীসকলৰে এজনী। এই বাৰহে প্ৰথম আমাৰ ঘৰত আছেহি।

বেছিদিন হোৱা নাই, তিনি মাহ মানহে হ'লহি। সেইজনী গাওদাঙকে মোৰ পছন্দ লাগিল।

গাওদাঙ দেখাত বৰ ধুনীয়াও নহয়। স্বভাৱ চৰিত্ৰও সিমান ভাল নহয়। লগৰ ৰোৱতীবোৰে তাইক লচপচীয়া বুলি কোৱা মই কেইবাবাৰো শুনিছো।

প্ৰথমতে গাওদাঙক ময়েই সহ্য কৰিব নোৱাৰিছিলো। তাইৰ মান-ইজ্জত যোৱা চঞ্চলা কাৰ্য্য কলাপবোৰ দেখিলেই মোৰ খঙে মূৰৰ চুলিৰ আগ পাইছিলগৈ। কিন্তু আজি অলপকেইদিনমান আগৰ পৰা মই গাওদাঙকে মনে মনে লুকাই চাবলৈ ধৰিলো। তাইৰ চঞ্চলা অংগী-ভংগী চাল-চলনবোৰ মোৰ ভাল লগা হৈ আহিল।

সেই কাৰণো মই এতিয়া গাওদাঙে হয় নহয়, সময় নাই, কথা নাই "ঐ গজমূৰা ককাই, মোক থাকিবা বাট চাই" বুলি হাঁহি-হাঁহি— জোকোৱা কথাবোৰ শুনিবলৈ অপেক্ষা কৰা হলো।

কিন্তু কথা হ'ল, গাওদাঙক ভাল পোৱা কথাটো প্ৰকাশ কৰি শুনাবলৈ মই সুযোগ পোৱা নাই। কবিতা বা গীত আদি লিখিব পঢ়িব জনা হলেও সেইবোৰৰ মাজেৰেই মনৰ কথা জনাব পাৰিলো-হেঁতেন। সেই ফালেদিও মই বুৰ্বক। চিঠি লিখিব লাগিলেও জানো কিবা সম্বোধন কৰি লিখিব লাগে তাকো নাজানো। প্ৰেমৰ চিঠি পঢ়ি পোৱা মনত নপৰে। তাৰোপৰি গাওদাঙেও পঢ়িব নেজানে।

সঁচা সঁচিকৈ কিংকৰ্ত্তব্যবিমূঢ় আৰু যন্ত্ৰণাত পৰিলো মই। এইপিনে খঙাল দেউতালৈকো মোৰ ভয়। কেনেবাকৈ জানিব লাগিলে, খঙাল বুঢ়াৰ কাণত পৰিব লাগিলে খালে আৰু বাপেকে। হয় গাওদাঙ নহয় ময়েই টোপোলা বান্ধিব লাগিব।

আনপাকে, গাওদাঙে যে মোক ভাল পায় তাৰো কোনো ইংগিত অথবা প্ৰমাণ নাই। কথাটো মইহে চিন্তা কৰিছো। ভবাটো মোৰহে কথা। সেয়াটো গাওদাঙৰ নহয়। তথাপি মন গাওদাঙে মোক ভাল পায় চাগে বুলিহে মনতে ভাবো।



সেই উদ্দেশ্যে আজি কালি মই চাকৰ ৰোৱনীসকলৰ লগত কিছু মিলা-মিছা আৰম্ভ কৰিবলৈ লৈছো। ৰোৱনীসকলেও দেখোন মোক লগত থকা দেখিলে মনে মনেহে থাকে। মন দি কথা বতৰা নেপাতে। এইপিনে মইও বৰ পাকৈত নহয়। নজনাৰ কাৰণেই চাকৰ ৰোৱনীসকলৰ লগত অলপ কামত ধৰিলে সিহঁততকৈ মইয়ে বেছিকৈ কৰি পেলাওঁ।

এদিনৰ কথা। চাকৰ ৰোৱতীসকলে কঠিয়া তুলিবলৈ লওঁতে মইও কঠিয়া তোলাত লাগিলো। কিন্তু মোৰ বাবে কঠিয়া তোলা কামটো সিমান সহজ নহয়। কঠিয়াৰ মাটিখিনি কোৱাই একৰাব নেজানি মোৰ সৰ্বশৰীৰ গাহৰিয়ে বোকাত লুতুৰি পুতুৰি হোৱা দি বোকা ময় হ'ল। সিহঁতে মোৰ তেনে অৱস্থা দেখি লুকাই চুৰকৈ হাঁহিবলৈ ধৰিলে। গাওদাঙেও ধৰি ৰাখিব নোৱাৰি জোৰকৈ হাঁহি দিলে। মই কিন্তু মোৰ অৱস্থাতো দেখি লাজতে মূৰ তুলি চাব পৰা নাছিলো।

এই সময়তে মোৰ খঙাল পিতাই পথাৰলৈ গৈ মোক দেখা পালে। মোৰ চেহেৰাটো দেখি খং কৰি তৎক্ষণাত পথাৰৰ পৰা ঘৰলৈ ঘূৰি গৈছিল।

ঘৰলৈ গৈহে গম পালো যে পিতাই খঙত অগ্নিশৰ্মা হৈ আছে। অকল খং নহয় তেওঁ মোক শাস্তি দিবলৈকে প্ৰস্তুতি চলাইছে।

মোৰ কাপোৰ-কানি, কিতাপ-পত্ৰ আটাইবোৰকে টোপোলা বান্ধি তেওঁ কলে "গজমূৰা, তই আজিৰ পৰা হোষ্টেলত থাক গৈ। ঘৰত থাকি তোৰ পঢ়া-শুনা কৰাটো মোৰ জানিবলৈ আৰু বাকী নাই। খবৰদাৰ, মই মাতি নপঠোৱা পৰ্যন্ত ঘৰলৈ আহিব নোৱাৰ।"

হ'ল আৰু মোৰ প্ৰেম ভালপোৱা পানীলাউৰ নিচিনা হ'ল। পঢ়া-শুনাৰ পৰাতো কেতিয়াবাই ছুইঁকি আহিলো। তথাপি মই পিতাক কৈ থব খুজিছো— "মই আৰু নোৱাৰোঁ, মই পঢ়া-শুনা কৰিব একেবাৰে আৰু নোৱাৰোঁ। মোক হাল-কোৰতে লগোৱা।"

—×—

# ভোটা তৰোৱাল

নীলকমল ব্ৰহ্ম

"দ্যা ৰে ইন হুইচ ইউ ........"

কথাখিনি আধৰুৱা কৰি সাগৰ ডাঙৰীয়াই মোৰ পিনে একেথৰে চাইছে।

মই ধৰিব পাৰিছোঁ, তেখেতে মোৰ চাল-চলন, কথা-বতৰা আৰু চিন্তা-ধাৰণাবোৰ ভাল পোৱা নাই। ময়ো কিন্তু সহজে সেও মনা বিধৰ লোক নহওঁ। মই ক'লোঁ—

'য'ত এন্ধাৰ নাই, তাত পোহৰো নাই; য'ত অন্যায় নাই তাত প্ৰায়চিত্ত নাই; য'ত জীৱন নাই, তাত মৃত্যুও থাকিব নোৱাৰে।

মোৰ কথা শুনি নীৰৱ হৈ থাকে সাগৰ ডাঙৰীয়া মিচিকিয়া হাঁহি এটা মাৰি।

খন্তেক পিচত ষ্টীলৰ ফল্ডিং চেয়াৰৰ পৰা উঠি পৰ্টিক'ৰ পৰা নিজৰ চুইটৰ পিনে গৈ থাকোতে কৈ গ'ল—

'লেট মি লিভ এলোন, গুড্ নাইট।'

কথাবোৰ এতিয়াও মোৰ স্পষ্টকৈ মনত আছে।

ফৰেষ্ট মিনিষ্টাৰ আহিব। ডেপুটি কমিচনাৰ মহোদয়ে মন্ত্ৰী চাহাবক পহুৰ মাংসৰে এসাজ ভালকৈ খুৱাবলৈ আয়োজন কৰিছে।

পহুৰ মাংস যোগাৰ কৰাৰ দায়িত্ব আমাৰ।

শান্তিপুৰ গাঁওৰ গাঁওবুঢ়া খৰ্গবাহাদুৰ থাপাই খবৰ পঠিয়াইছে— বৰ্ত্তমান দেউশ্ৰীত পহুৰ অভাৱ নাই। টাঙোন টোকানেৰেই কোবাই মাৰি মানুহে মাংস খাই আছে।

দেউশ্ৰীত থকা ফৰেষ্ট বাংলা যেতিয়া আমি গৈ পাওঁ তেতিয়াও



জোনটি ডুব যাবৰ হোৱাই নাই। অফিচাৰৰ পৰা আমি জানিব পাৰিলো, এই সময়ত হাতীৰ বৰ উপদ্ৰৱ। পুৱতি নিশাৰ আগে আগে হাবিত সোমালেহে ভাল হ'ব।

জোনটো ডুব যায় মানে কিছু সময় জিৰণি লোৱাৰ উদ্দেশ্যে বাংলাৰ চুইট এটি ৰিজাৰ্ভ কৰি আমি হুইস্কি-ব্ৰাণ্ডিৰ বান বোৱাইছো।

চিকাৰী সকলৰ আগগুৰি নোহোৱা কথা-বতৰাত হোৱা গোণ্ড-গোলৰ বাবে মই ইতস্ততঃ কৰি আছোঁ। এটা সময়ত হাই উৰমিৰ মাজতে মই বাহিৰৰ পিনে 'খ্ৰাম-খ্ৰেম' শব্দ শুনা যেন পালো। কিহৰ শব্দ বুলি খবৰ লোৱাৰ অজুহাতেৰে বঙলাৰ পৰ্টিক'লৈ ওলাই আহিলো।

চুইটৰ পৰা ওলোৱা মাত্ৰকে দেখো দতাঁল হাতী দুটাই ফৰেষ্ট বঙলাৰ কাঠৰ গেটখন গৰকিব লাগিছে।

হাতী দুটাক দেখি মই তিলমাত্ৰও আচৰিত হোৱা নাই। আচৰিত হৈছো পৰ্টিকত সজাই থোৱা ফল্ডিং চেয়াৰত বহি হাতীবোৰে কৰা উপদ্ৰৱলৈ ভয়ভীত নোহোৱাকৈ একান্ত মনে চাই থকা মানুহ-জনক দেখিহে।

হাতী দুটাই বঙলাৰ গেটখন ভাঙি চূৰমাৰ কৰি তৎক্ষণাত গুচি গ'ল।

জোনৰ অস্পষ্ট পোহৰতে মই লক্ষ্য কৰিলো ষ্টীলৰ ফল্ডিং চেয়াৰত বহা মানুহজনে ভুটীয়া পোছাক পিন্ধিছে।

চিগাৰেট লাইটাৰৰ পোহৰত মই স্পষ্টভাবে দেখিলো মানুহজন শকত আবত, ওখ-পাথ আৰু বলিষ্ঠ।

'আৰ ইউ ফ্ৰম ভুটান?'

কথা-বতৰা হ'বলৈ সুযোগ পোৱাৰ আশাত মই সুধিলো।

'ইয়েছ্। কিন্তু মই ভুটীয়া নহয়।'

অকস্মাৎ বড়ো ভাষাৰে উত্তৰ দিয়া শুনি মই আচৰিত হ'লো। ভুটীয়া পোছাক পিন্ধিছে, কিন্তু ভুটীয়া নহয়।

মই কিবা এটা ক'ম বুলি ভবাৰ আগতে তেখেতই পুনৰ আৰম্ভ কৰিলে :

"মই জানো, মোৰ কথাবোৰ বিশ্বাসযোগ্য নহ'ব, কিন্তু মই বড়ো; এজন খাচ বড়ো সন্তান।'

চিকাৰী বন্ধুসকলৰ আলোচনাই হাই-উকমিৰ সৃষ্টি কৰিছে। প্ৰত্যেকেই নিজৰ নিজৰ কথাত লাগিছে, কাৰো কথা কোনোৱে নুশুনে। কথাবোৰৰ আঁতি-গুৰি নাই; সঙ্গতিবিহীন।

এটা সময়ত সাগৰ ডাঙৰীয়াৰ জীৱনৰ ৰহস্যপূৰ্ণ কাহিনী শুনি মই মন্ত্ৰী চাহাবক খুৱাম বুলি হাবিত পহুৰ মাংস বিচাৰি অহা কথাটোকে পাহৰি গ'লো।

"আপোনালোক পহু চিকাৰলৈ আহিছে?" নিজৰ জীৱনৰ কাহিনী শেষ কৰি সাগৰ ডাঙৰীয়াই হঠাৎ মোক সুধিলে।

মই কিন্তু তেতিয়ালৈকে তেখেতৰ জীৱন কাহিনীকে লৈ চিন্তামগ্ন। মোক কোনো উত্তৰ নিদিয়া দেখি তেখেতেই পুনৰ আৰম্ভ কৰিলে :

"মানুহক ভয় কৰি বেছেৰা জীৱ-জন্তুবোৰে নিশাৰ অন্ধকাৰৰ মাজত খাদ্য বিচাৰে, জ্ঞানীসকলে যেনেকৈ ব্যভিচাৰৰ পৰা দূৰৈত আঁতৰি থাকে। আজি সভ্য জগতত জ্ঞানী মানুহৰ কোনো মূল্য নাই। এলেহুৱা, অজ্ঞানী, কোনো কামত নলগা আৰু চতুৰ লোকসকলৰ তেওঁলোক শত্ৰু। তেওঁলোকে আজি আত্মৰক্ষাৰ উদ্দেশ্যে আন্ধাৰৰ মাজলৈ পলায়ন কৰিব লগাত পৰিছে। কিন্তু জীৱ-জন্তুবোৰ যেনেকৈ অন্ধকাৰৰ মাজত থাকিও সাৰি যাব নোৱাৰে, তেনেকৈ জ্ঞানীলোকেও দুৰাচাৰী, ব্যভিচাৰী সকলৰ উৎপাতৰ পৰা হাত সাৰিব নোৱাৰে।"

হ'বও পাৰে। কথাবোৰ মই সিমান গভীৰভাৱে অনুধাবন নকৰো। হলা গছ দেখিলে বাগীকুঠাৰ মৰাতো মানুহৰ স্বভাৱ। আমি জানো, এই পৃথিৱীত জীৱ-জন্তু, তেল, শিল, লোহা আদি যিবোৰ প্ৰাকৃতিক সম্পদ আছে, সেই আটাইবোৰ এদিন ধ্বংসপ্ৰাপ্ত হ'ব। এনেই শেষ হৈ যাম যেতিয়া আমি খাই-ল'ই শেষ কৰি যোৱাটোনো কি অপৰাধ হ'ব পাৰে?



ক'লো মই। সাগৰ ডাঙৰীয়াই নিশ্চয় গম পাইছে— মই এজন নিহিলিষ্ট। মোৰ চিন্তাধাৰা তেখেতৰ লগত নিমিলে।

জোনটো ডুবিল। মোৰ চিকাৰী বন্ধুসকল উঠি আহিল। হাবিত সোমাবৰ হ'ল।

ক'বলৈ ওলাইছো মই:

'জীয়াই থকাৰ বাবে খোৱাৰ চিন্তাধাৰা আজিৰ সমাজত অপ্ৰযোজ্য। কেৱল খোৱাৰ বাবেহে জীয়াই থকা আজিৰ মানুহৰ উদ্দেশ্য হোৱা উচিত।'

'আজিকালি সংসাৰত জীয়াই থাকিবলৈ নাইবা ভৱিষ্যত বংশধৰ সকলক জীয়াই ৰাখিবলৈ কৰা প্ৰচেষ্টাত কোনো লাভ নাই। কেৱল নিজে কেনেকৈ খাই-ল'ই থাকিব পাৰে, তাৰ উপায়ৰ বিষয়েহে চিন্তা কৰা উচিত।'

কিন্তু মই কোৱাৰ আগতেই সাগৰ ডাঙৰীয়াই ফল্ডিং চেয়াৰৰ পৰা ঘপকৈ উঠি তেওঁ আশ্ৰয় লোৱা চুইটৰ পিনে যাবলৈ ধৰিলে।

ফৰেষ্ট বাংলাৰ পৰা ওলাই আমি বেছি দূৰলৈ যাব লগা নহ'ল। চাৰ্জ লাইটৰ তীক্ষ্ণ পোহৰত চামছিৰোডৰ ওপৰেৰে পাঁচ কিলোমিটাৰ মান যোৱাৰ পিচতে পাঠী পহু এটি পালো।

পহুটো জীপত তুলি লৈ যেতিয়া আমি ফৰেষ্ট বঙলা পালোঁহি, তেতিয়া ৰাতি পুৱাইছেহে এথোন।

ছাল ছেলোৱা আৰু মাংস কটা সময়ত সাগৰ ডাঙৰীয়াৰ কথাবোৰে মোৰ অন্তৰত বাৰুকৈয়ে খুন্দিয়াবলৈ লৈছিল:

বড়োসকল আজি নিষ্পোষিত। হোজা বড়োসকলে এমুঠি ভাত, এডুখৰি কাপোৰ আৰু এটোক পানীৰ বাবে হাহাঁকাৰ কৰি মীমাংছিলাপথাৰ, দৈয়া-ৰেংমাৰ বনাঞ্চলত আলাই আথানি হ'ব লগাত পৰিছেগৈ।"

ছাল ছেলাই পহুটো ভুফাল কৰোতে পহুটোৰ জৰায়ুত পোৱালী এটি পোৱা গ'ল। মই তেতিয়া ভাবিছোঁ ঃ

"বৰ্ত্তমানৰ ৰাজনৈতিক নেতাসকলৰ অন্যায় আশা-আকাঙ্খাৰ বলি হৈ ভৱিষ্যত উত্তৰাধিকাৰী সকলৰ কিমানজনে যে কলিতে মৰহি যাব লগা হ'ল।

'এইবোৰ চলিয়েই থাকিব। দতাঁল হাতী ছুটাই দেউশ্ৰী ফৰেষ্ট বঙলাৰ নঙলাটো গৰকি-গচকি চ্‌ধমাৰ কৰি ভয় খুৱাই থৈ যোৱা স্বত্বেও আমি যি দৰে পহু মাৰি আনিছোঁ, বড়ো সকলৰ বংশধৰ সকলেও যিমানেই আস্ফালন নকৰক কিয়, নেতাসকলৰ স্বভাৱ চৰিত্ৰৰ কোনো পৰিৱৰ্ত্তন নঘটিব।'

কথাবোৰ আটাইখিনিয়ে সাগৰ ডাঙৰীয়াৰ। সম্পাদনা খিনিহে মোৰ। বড়ো বুদ্ধিজীৱি সকলৰ ওপৰত ভিতৰি ভিতৰি খং উঠে সাগৰ ডাঙৰীয়াৰ। বড়ো বুদ্ধিজীৱিসকল ৰাজনৈতিক জুৱাৰীসকলৰ ক্ৰীত বিক্ৰীত নোহোৱা হলে বড়ো জাতিৰ আজি এনে অৱস্থা নহ'লহেতেন।

বেছেৰা সাগৰ! সহানুভূতি আহে তেনে লোকলৈ। এগৰাকী মেধাবী এম, বি, বি,এছ! সুৱিধা পালে, আৰ্থিক সাহায্য পোৱাহেঁতেন, পৃথিৱীৰ অতি ভয়ানক ৰোগ নিৰাময়ৰ ঔষধ পৰ্য্যন্ত আৱিষ্কাৰ কৰাৰ মগজু আছিল তেখেতৰ। সুবিধা নাইবা আৰ্থিক সাহায্যৰ কথা দূৰতে থাওক, নিজৰ পেটৰ বাবে এমুঠি ভাতৰ দিহাকে লগাব পৰা নাই তেখেতৰ এম, বি, বি এছ ডিগ্ৰীৱে।

মাক বাপেকৰ সঠিক পৰিচয় নথকা প্ৰকৃতিৰ সন্তান সাগৰে অনাথ আশ্ৰমতে ডাঙৰ দীঘল হৈছে। মেট্ৰিকৰ দেওনা পাৰ হৈ আশ্ৰমৰ পৰা ওলাই আহি কেনেকৈ যে এম, বি, বি,এছ ডিগ্ৰীধাৰী হ'বলৈ পালে, তাক নোকোৱাই সমিচীন হ'ব; কিয়নো ক'লেও হয়তো সকলোৱে বিশ্বাস কৰিবলৈ টান পাব।

ডিগ্ৰী লোৱাৰ তিনিবছৰমান পিচলৈকে চাকৰিৰ কোনো দিহা কৰিব পৰা নাই সাগৰে। হাতত ঔষধৰ সৰু টোপোলা এটি লৈ



ভুটান পাহাৰত উঠিছেগৈ সাগৰে, জীয়াই থকাৰ সমল বিচাৰি। প্ৰকৃতিৰ সন্তান সাগৰে নিজৰ পৰিচয় সংগোপন কৰাৰ উপযুক্ত স্থান হিচাবে গণ্য কৰি দুৰ্গম অৰণ্যকে সাবটি ল'লে।

গৈছিল খোজ কাঢ়িয়েই। সুদীৰ্ঘ বাট অতিক্ৰম কৰি পোৱা অভিজ্ঞতাৰ তৃপ্তিৰ মাদকতাখিনি আজিও এৰিব পৰা নাই সাগৰে।

লাডাখৰ হেমিচগুম্ফাৰ পৰা তিব্বতৰ ছাংগ্ৰিলা পৰ্য্যন্ত বাটকুৰি বাই ঘূৰি অহা সাগৰে এতিয়াও গাড়ী মটৰত উঠি পোৱা নাই। তাতকৈও আশ্চৰ্য্যজনক কথা হ'ল— ভাত-পানী খাবলৈ এৰা সাগৰৰ আজি পঁচিশ বছৰেই হ'ল এথোন। ছাংগ্ৰিলাৰ এজন লামাৰ পৰা এবিধ গছৰ সন্ধান পাইছিল তেওঁ। সেই গছৰ শিপাই হ'ল তেওঁৰ একমাত্ৰ খাদ্য।

কিমানবা বছৰ হ'ল নিজৰ জন্মভূমি, ডাঙৰ দীঘল হোৱা আশ্ৰম, পঢ়ি অহা পঢ়াশালীয়া বন্ধু-বান্ধসকলক এৰি আহি পাহাৰে-পৰ্ব্বতে ঘূৰি-ফুৰা।

বিবেকৰ তাগিদাত নামি আহিছিল ভৈয়ামলৈ। দেউশ্ৰী ফৰেষ্ট বঙলাত লগ পাবৰ দিনাখন তেওঁ ভুটান পাহাৰলৈ পুনৰগমণ কৰিবলৈহে মনস্থ কৰিছিল হেনো। পৰিশ্ৰান্ত হোৱা হেতুকে খন্তেক জিৰণিৰ বাবেহে বঙলাত সোমাইছিল।

মঙহখিনি কাটি-কুটি লৈ ঘৰলৈ ঘূৰি আহিম বুলি জীপত উঠাৰ আগতে সাগৰ ডাঙৰীয়াক মাত লগাবলৈ বুলি তেখেত থকা চুইটৰ ভিতৰত সোমাইছিলোগৈ। কিন্তু চুইটৰ ভিতৰত মই বঙলাৰ দায়িত্বত থকা বিট অফিচাৰজনকহে লগ পালোগৈ। মোৰ নামটো সুধি তেখেত বিট অফিচাৰে মোলৈ লেফাফা এখন আগবঢ়াই দি ক'লে—

'এই চুইটত থকা ভুটীয়াজনে অথনি ৰাতিপুৱা চকিদাৰৰ হাতত এইখন দি গৈছে।'

লেফাফাৰ ভিতৰৰ চিঠিখন বৰ দীঘল নহয়। একে উশাহতে পঢ়িলো মই।

নিজৰ জীৱনৰ ইতিবৃত্ত প্ৰকাশ কৰি গুৰু গম্ভীৰ কণ্ঠেৰে কৈছিল সাগৰে :

'দ্যা ৱে ইন হুইচ ইউ লিভ— তোমালোকে সম্প্ৰতি যি ধৰণে জীয়াই থকাৰ ব্যৱস্থা কৰিছা, সেই পদ্ধতি পৰিত্যাগ নকৰিলে, পৰিত্যাগ কৰাৰ চেষ্টা নকৰিলে কোনোবা এটা সময়ত বড়ো সকল ইতিহাসৰ দ্বাৰা পৰিত্যাক্ত হ'ব, ইতিহাসৰ অতল গৰ্ভত বিস্মিত হ'ব।'

এই কথাখিনিকে পুনৰুল্লেখ কৰি চিঠিখন লিখি থৈ গৈছে সাগৰে— অধুনা কালত আমাৰ জীৱন নিৰ্ব্বাহৰ পদ্ধতি পৰিবৰ্ত্তন কৰাৰ কথা।

ঘৰ আহি নোপোৱালৈকে সাগৰ ডাঙৰীয়াৰ চিঠিখনৰ তিনিটামান কথাই মোক জীপৰ ওপৰত বাৰে বাৰে অশান্তি দিছিল। এটা সময়ত পঙ্খৰ মঙহ পৰ্য্যন্ত পেলাই অহাৰ ইচ্ছা হৈছিল মোৰ।

ঘৰ আহি পাই চিন্তা কৰিছো, জুকিয়াই চাইছো, সাগৰ ডাঙৰীয়াৰ আগত কোৱা মোৰ কথাখিনি মিছা প্ৰমাণিত নহ'ল।

খানসিলৈ গ'লে তেখেতক ৰয়েল পেগোডাত আমি লগ পামগৈ। কেতিয়াবা বড়োসকলে 'কালচাৰেল ৰিভল্যুচন' কৰিলে তেখেতক জনাবলৈ চিঠিযোগে কৈ গৈছে। তেখেতক লগ পালে মই কিন্তু এনেদৰেহে ক'ম বুলি ভাবিছোঁ :

'বড়োসকল বৰ্ত্তমান অন্ধকাৰৰ মাজত ডুবগৈ আছে, তেওঁলোকক পোহৰ লাগে।

—x—

## সংকলকৰ পৰিচয়

বৰ্ত্তমান বৰপেটা জিলাৰ হাউলী মৌজাৰ অন্তৰ্গত লুৰাগুৰ গাঁৱত ৺চন্দ্ৰকান্ত ওৱাৰীৰ ঔৰসত, শ্ৰীমতী ডুবি বালা ওৱাৰীৰ গৰ্ভত ইং ১৯৪৮ চনৰ ৪ ডিচেম্বৰ তাৰিখে শ্ৰীওৱাৰীদেৱৰ জন্ম হয়। শৈশৱ কালৰ পৰাই আৰ্থিক অনাটনৰ হেতুকে অতীৱ দুখ-কষ্টৰ মাজেৰে শ্ৰীওৱাৰীৰ প্ৰাথমিক শিক্ষা গাঁৱৰে প্ৰাইমাৰী বিদ্যালয়ত আৰম্ভ হয়। ক্ৰমে প্ৰাথমিক শিক্ষা সাং কৰি মানুহৰ সহায় সাহায্যত উচ্চ মাধ্যমিক বিদ্যালয়ৰ শেষান্ত পৰীক্ষা ২য় বিভাগত উত্তীৰ্ণ হয় ইং ১৯৬৫ চনত তেনেকৈয়ে গোটেই বছৰৰ ভিতৰতে মাত্ৰ দহ টকা নাম ভৰ্ত্তিৰ মাচুল দি স্থানীয় বৰনগৰ কলেজত অধ্যক্ষ ঘনশ্যাম তালুকদাৰ ডাঙৰীয়াৰ অনুগ্ৰহত কলেজীয়া জীৱন আৰম্ভ কৰে। প্ৰায় বিশ কিলোমিটাৰ বাটকুৰি বাই কলেজলৈ অহা যোৱা কৰি ইং ১৯৬৯ চনত বি, এ পাচ কৰে। কিন্তু বি, এ ফাইনেল পৰীক্ষাৰ আগতে বাচনি পৰীক্ষা দি উঠিয়ে বিদ্যালয় এখনত প্ৰধান শিক্ষক হিচাবে শিক্ষকতা কৰিবলৈ লয়। শ্ৰীওৱাৰী আজিও শিক্ষকতাৰ কামতে লাগি আছে। ইং ১৯৮৭-৮৮ চনত তেওঁ বি, এড পৰীক্ষা দি উত্তীৰ্ণ হয়।

লিখা পঢ়াৰ প্ৰতি প্ৰবল ধাউতি থকাৰ হেতু হাইস্কুলৰ অষ্টম মান শ্ৰেণীত পঢ়া অৱস্থাতে গাঁৱত পুথিভঁৰাল এখন পাতি শ্ৰীওৱাৰীয়ে তাৰ সম্পাদক হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। ইং ১৯৬৬ চনতে হাউলী মৌজা বড়ো কৃষ্টি সংঘৰো সম্পাদক হিচাবে কাৰ্য্যনিৰ্ব্বাহ কৰে। সেই কামত নিয়োজিত হোৱাৰ হেতুকে শ্ৰীওৱাৰীৰ পঢ়া-শুনাত ব্যাঘাত জন্মে। ইং ১৯৭০ চনত তেওঁৰ অসমীয়া গল্প 'মুক্তি' প্ৰকাশ প্ৰায় এইচ, জে এ্যাণ্ড নৱশক্তি হাইস্কুলৰ মুখপত্ৰ 'সন্ধান'ত। উক্ত আলোচনীৰ পৰৱৰ্ত্তী সংখ্যাত প্ৰকাশ পায় 'বেজবৰুৱা সাহিত্যত জাতীয়তাবাদ' নামৰ তথ্য গধুৰ প্ৰবন্ধটি। অইন এটি সংখ্যাত প্ৰকাশ

পায় 'জবানবন্দী ঃ এক অসমীয়া কয়েদী' নামৰ কবিতাটি (১৯৭১), যি কবিতাটিত্ত হয়তো ১৯৭৯-৮৩ৰ অসম আন্দোলনৰ মূল বক্তব্য খিনি তাহানিতে প্ৰতিধ্বনিত হৈছিল। ক'বলৈ গ'লে শ্ৰীওৱাৰীয়ে সাহিত্য জীৱনৰ পাতনি মেলে অসমীয়া লিখনিৰ মাধ্যমেৰেই। অনুমানিক ইং ১৯৬৭ চনত বৰপেটাৰ পৰা প্ৰকাশিত, এম, হালিমুদ্দিন দেৱান সম্পাদিত 'আজান' নামৰ বাতৰি কাকতত শ্ৰীওৱাৰীৰ 'হতাশা' নামৰ কবিতা এটি প্ৰকাশ পায়। সেই বছৰতেই শ্ৰীওৱাৰীৰ 'মোদৈ' (চকুলো) নামৰ বড়ো কবিতা পুথিখনিৰ প্ৰথম প্ৰকাশ হয়। ইয়াৰ পিচত ইং ১৯৭৯ চনত 'গান্দু চিংনি লাইজাম গাংচে' (গাৰুৰ তলৰ এখনি চিঠি) গল্পপুথি আৰু ইং ১৯৮০-৮১ চনত প্ৰকাশিত হয় 'মৈহুৰ' (চিকাৰ) নামৰ বড়ো সামাজিক উপন্যাসখনি। বৰ্ত্তমান ই গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ বড়ো আধুনিক ভাৰতীয় ভাষাৰ পাঠ্যক্ৰমৰ অনুমোদিত পাঠ্যপুথি।

শ্ৰীওৱাৰীয়ে বড়ো সাহিত্য সভাৰ লগত নিজকে জড়িত ৰাখে ইং ১৯৭৫ চনৰ পৰা। তেখেতে একেৰাহে ৯ (ন) বছৰকাল (১৯৭৫-৮৩) বৰপেটা জিলা সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। পিচত ইং ১৯৮৩-৯০ চনৰ বাবে প্ৰায় আঠ বছৰ কাল বড়ো সাহিত্য সভাৰ কেন্দ্ৰীয় কমিটিৰ পত্ৰিকা সম্পাদক হিচাবে 'ড্যা বড়ো' নামৰ মুখপত্ৰখনৰ সম্পাদনা কৰিবলৈ লয়। তেখেতে বড়ো সাহিত্য সভাৰ দ্বাৰা গঠিত বড়ো পৰিভাষা শাখা সমিতি আৰু দিমাছা-বড়ো পাঠ্য-পুথি প্ৰণয়ন উপ সমিতিৰ আহ্বায়ক হিচাবেও ১৯৮৩ চনৰ পৰাই কাম কৰি আছে। ইং ১৯৮৬ চনত অনুষ্ঠিত বড়ো সাহিত্য সভাৰ শালবাৰী অধিবেশন উপলক্ষে অভ্যৰ্থনা কমিটিৰ তৰফৰ পৰা উলিওৱা স্মৃতিগ্ৰন্থখনৰো তেখেত মুখ্য সম্পাদক আছিল। এটা সময়ত সদৌ বড়ো লিখক সন্থাৰ মুখপত্ৰ 'লাইথুন'ৰো তেখেত সহকাৰী সম্পাদক হিচাবে কাম কৰে।

এই বিলাকৰ উপৰিও বিভিন্ন সাহিত্য সাংস্কৃতিক আৰু সামাজিক অনুষ্ঠানৰ লগত ওতঃপ্ৰোতঃ ভাবে জড়িত শ্ৰীওৱাৰীয়ে



বড়ো সাহিত্য সভাৰ প্ৰতিনিধি হিচাবে অসম সাহিত্য সভাৰ দ্বাৰা গঠিত শুভেচ্ছামূলক দলটোৰ সৈতে কোকৰাঝাৰ, বৰপেটা, নলবাৰী আৰু দৰং জিলাৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰিছে। তদুপৰি কাৰ্বিআংলং জিলাৰ লাংডিন্ তিনি আলিত ১৬/১২/৮৯ ইং তাৰিখে অনুষ্ঠিত হোৱা সমন্বয়মূলক কবি সন্মিলনীখনো উদ্বোধন কৰে।

বড়ো সাহিত্য সভাৰ নিজাববীয়া বিভিন্ন কাৰ্যসূচীত ওতঃপ্ৰোত ভাবে জড়িত থাকিও আৰু নিজৰ কৰ্মক্ষেত্ৰৰ ব্যক্তিগত অসুবিধা স্বত্বেও 'বড়ো চুটি গল্প সংকলন' খনি বহুত কষ্টৰ মাজেৰে হলেও সংকলন ও সম্পাদন কৰি উলিয়াই দিয়াৰ বাবে শ্ৰীওৱাৰী ডাঙৰীয়ালৈ আমাৰ কৃতজ্ঞতা থাকিল।

প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# লিখকসকলৰ চমু পৰিচয়

## মনোৰঞ্জন লাহাৰী

বড়ো সাহিত্য জগতৰ সুপ্ৰতিষ্ঠিত কবি, গল্পকাৰ, উপন্যাসিক, নাট্যকাৰ আৰু সমালোচক শ্ৰীযুত মনোৰঞ্জন লাহাৰীক নতুনকৈ পৰিচয় কৰি দিয়াৰ বোধহয় প্ৰয়োজন নাই। ইং ১৯৩৬ চনত কোকৰাঝাৰ জিলাৰ বামুণকুৰা গাঁৱত জন্ম গ্ৰহণ কৰা শ্ৰীযুত লাহাৰীৰ বাল্য শিক্ষা আৰম্ভ হয় বামুণকুৰা প্ৰাথমিক বিদ্যালয়তে, ইং ১৯৫৩ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। ইং ১৯৬৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত এম, এ পাছ কৰি প্ৰথমে কোকৰাঝাৰ কলেজত অধ্যাপনা কৰিবলৈ লয়। পিছত ১৯৭২ চনত বি, টি পাচ কৰি ১৯৮১ ইং চনৰ পৰা কোকৰাঝাৰ বি, টি কলেজৰ অধ্যক্ষ হিচাবে কামত যোগদান কৰে। শ্ৰীযুত লাহাৰীৰ সাহিত্য কৰ্মৰ শুভাৰম্ভ হয় ১৯৫৪ চনৰ পৰাই। সেই বছৰতে কটন কলেজৰ পৰা প্ৰকাশ পোৱা 'অখাফোৰ' নামৰ আলোচনী খনৰ সহকাৰী সম্পাদক হিচাপে থাকি সাহিত্য কৰ্মত ব্ৰতী হয়। তেখেতৰ ৰচিত 'মাব্ৰাবা' (কেতিয়াবা) নামৰ কবিতা সংকলনটি প্ৰকাশ পায় ১৯৭৭ চনত। কবিতাৰ ক্ষেত্ৰত তেখেতক 'ৰোমান্টিক কবি' হিচাপে আখ্যা দিব পাৰি। 'ছলোবিদাং' (গল্পমালা) হ'ল তেখেতৰ সংকলিত গল্প পুথি (১৯৭৮)। ইং ১৯৭৬ আৰু ৮৫ চনত তেখেতে যথাক্ৰমে 'খাৰলুং' আৰু 'হায়নামুলি' নামৰ উপন্যাস দুখন প্ৰকাশ কৰে। ইয়াৰ বাহিৰেও কেইবাখনো একাঙ্কিকা আৰু পঞ্চমাঙ্কীয়া দৈৰ্ঘ্য নাটকো ৰচনা কৰে। ইংৰাজীৰ Done Quixote খনৰ পৰা বড়ো অনুবাদ কৰি বড়ো সাহিত্যৰ ভঁৰাল শ্ৰীলাহাৰীয়ে টনকীয়াল কৰাৰ বাহিৰেও ইংৰাজীত A study of Bodo Folk songs (1985),



My Verses (84) আদি প্ৰৱন্ধ পুথি সমূহ ৰচনা কৰে। 'গোঁদান বড়ো' (আধুনিক বড়ো' ৮২), থুনলাইনি গহেনা (সাহিত্যৰ অলংকাৰ '৭৯) আদি তেখেতৰ সমালোচনা সাহিত্যৰ অন্যতম অৱদান। এইবোৰৰ উপৰিও প্ৰাথমিক স্তৰৰ বিদ্যালয়ৰ পৰা 'বিশ্ববিদ্যালয় পৰ্যায়লৈ যুগুতোৱা বিভিন্ন পাঠ্যপুথি সমূহত গল্প, কবিতা, প্ৰৱন্ধ আদি লিখাত আগৰণুৱা। বড়ো থুনলাইনি জাৰীমিন (বড়ো সাহিত্যৰ ইতিহাস) আৰু ইংৰাজীত A Brief History of Bodo Literature বৰ্ত্তমান তেখেতৰ দ্বাৰা প্ৰকাশ হোৱাৰ পথত। তেখেত 'বড়ো লিখক সন্থা'ৰো প্ৰতিষ্ঠাপক সভাপতি আছিল। সদৌ অসম ট্ৰাইবেল সংঘৰ মুখপত্ৰ 'জনজাতি' কোকৰাঝাৰ সঙ্গীত সমাৰোহৰ স্মৃতিগ্ৰন্থ, বড়ো সাহিত্য সভাৰ ৰূপালী জয়ন্তীৰ কোকৰাঝাৰ অধিবেশনৰ স্মৃতিগ্ৰন্থ 'বড়োসা' তেখেতৰ সম্পাদনাতে প্ৰকাশ পাইছিল।

## শ্ৰীহেৰম্ব নাৰ্জাৰী

ইং ১৯৪৪ চনত কোকৰাঝাৰ জিলাৰ অন্তৰ্গত ভালুকঝৰা গাঁৱত শ্ৰীনাৰ্জাৰীৰ জন্ম হয়। ইং ১৯৬৬ চনত উচ্চতৰ মাধ্যমিক পাঠ্যক্ৰমৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৬৯ চনত অনাৰ্চ সহ বি ,এ পাচ কৰে আৰু কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ বড়ো মাধ্যম শাখাৰ শিক্ষক হিচাবে নিযুক্তি লয়। ইং ১৯৭৮ চনত এম, এ পাচ কৰি বৰ্ত্তমান সেইখন বিদ্যালয়তে বিষয় শিক্ষক হিচাবে অধ্যাপনা কৰি আছে। শিক্ষক জীৱনৰ মাজেদিও শ্ৰীনাৰ্জাৰীয়ে বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত গল্প-প্ৰবন্ধ লিখে। বড়ো চলচিত্ৰ 'আলায়ৰণ'ৰো শ্ৰীনাৰ্জাৰী অন্যতম যুটীয়া চিত্ৰ নাট্যকাৰ।

## কাতিন্দ্ৰ স্বৰ্গীয়াৰী

উদীয়মান বড়ো লিখকৰ অন্যতম শ্ৰীকাতিন্দ্ৰ স্বৰ্গীয়াৰীৰ জন্ম হয় ইং ১৯৬৩ চনত শালবাৰী নিকটবৰ্ত্তী আখ্ৰা গাঁৱত। ১৯৮৩ ইং

চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ আগতেই শ্ৰীস্বৰ্গীয়াৰী শালবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ মুখপত্ৰ 'নৱ স্বকৃষত' ধূলিসাৎ নামৰ অসমীয়া গল্প এটি প্ৰকাশ পায়। ইয়াৰ পাছৰ বছৰতে 'জীউনি লামায়াও' (জীৱনৰ বাটত) নামৰ বড়ো গল্পটি প্ৰকাশ পায়। ইং ১৯৭৯ চনত কোকৰাঝাৰৰ পৰা প্ৰকাশিত 'ৰাদাব' (বাতৰি) নামৰ সাপ্তাহিকত শ্ৰীস্বৰ্গীয়াৰীৰ 'গৌথৈশালী' (মৰাশালী) নামৰ কবিতাটি ওলায় আৰু তাৰ পৰাই তেওঁ কবি হিচাবে পৰিচিত হয়। ইং ১৯৮১ চনত শালবাৰী বড়ো ছাত্ৰ সন্থাৰ মুখপত্ৰ 'সানগ্ৰী' (চিন্তাধাৰা)ৰ মুখ্য সম্পাদক আছিল। 'ৰাজালামা' (ৰাজআলি) তেখেতৰ সম্পাদিত গল্প পুথি। ইং ১৯৮৬ চনত শালবাৰীত অনুষ্ঠিত হোৱা বড়ো সাহিত্য সভাৰ স্মৃতিগ্ৰন্থখনৰ তেওঁ অন্যতম সম্পাদক। 'ৰিংফিন' (প্ৰতিধ্বনি) খন আছিল বড়ো আৰু অসমীয়াত যুটিয়াকৈ উলিওৱা বৰপেটা জিলা সাহিত্য পৰিষদৰ কবি সন্মিলনৰ স্মৃতিগ্ৰন্থ কবিতা পুথি, যিখন পুথি সংকলনৰো তেওঁ আছিল যুটীয়া সম্পাদক। শ্ৰীস্বৰ্গীয়াৰীয়ে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰচাৰিত বড়ো শাখাৰ অন্যতম গীতিকাৰ।

## শ্ৰীমংগল সিং হাজোৱাৰী

বৰ্ত্তমান বঙাইগাও জিলাৰ বিজনী চহৰৰ উত্তৰে অৱস্থিত বড়োবজাৰৰ নিকটবৰ্ত্তী বাংবুৰবাৰী গাঁৱত ইং ১৯৫৪ চনত ৩১ আগষ্টত শ্ৰীহাজোৱাৰীয়ে জন্ম লাভ কৰে। ইং ১৯৭০ চনত বিজনী বান্ধৱ হাইস্কুলৰ পৰা প্ৰবেশিকা পাছ কৰি বিজনী কলেজৰ পৰা ১৯৭৫ চনৰ পৰাই বি,এ পাচ কৰি প্ৰথমতে প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰি ১৯৭৮ চনত বি, টি পাছ কৰে। পিচত বড়োবজাৰ হাইস্কুলত সহকাৰী শিক্ষক হিচাবে নিযুক্তি পায়। ইং ১৯৮১ চনত অসমীয়া সাহিত্য বিভাগত এম, এ পাছ কৰি ১৯৮৪ ইং চনৰ পৰা কোকৰাঝাৰ বি, টি কলেজত অধ্যাপনা আৰম্ভ কৰিবলৈ লয়। ইং ১৯৮৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত বড়ো স্নাতকোত্তৰ বিভাগত প্ৰৱক্তা হিচাবে নিযুক্তি পাইয়ো তেখেতে কামত



যোগদান নকৰাকৈ থাকে। পিছত ১৯৮৭ চনত বড়ো বিষয়ত আৰু বি, এ পৰীক্ষাত উত্তীৰ্ণ হয়।

শ্ৰীহাজোৱাৰী ছাত্ৰ জীৱনৰ পৰাই বিভিন্ন ছাত্ৰ সংগঠন আৰু সাহিত্য সংস্কৃতিক অনুষ্ঠান সমূহৰ লগত জড়িত। ইং ১৯৭৬ ৰ পৰা '৮৬ চনলৈ বড়ো সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সদস্য হৈ থাকে। তদুপৰি বড়ো সাহিত্য সভাৰ পত্ৰিকা শাখা সভাৰ সভাপতি হিচাবেও ১৯৮৬-৯০ চনলৈ কাৰ্য্যনিৰ্ব্বাহ কৰে লগতে বড়ো পৰিভাষা শাখা সমিতি আৰু বড়ো ডিমাছা পাঠ্যপুথি প্ৰণয়ণ শাখা সমিতি, বড়ো জাতীয় সঙ্গীত প্ৰণয়ণ সমিতি, সংবিধান শাখা সমিতি আদিৰো সদস্য হৈ থাকে। বৰ্ত্তমান তেওঁ বড়ো লিখক সন্থাৰো উপসভাপতি হিচাবে কাম কৰি আছে।

বড়ো সাহিত্যত তেখেতৰ অৱদান অপৰিসীম। 'সৗমদৌন' (সম্বোধন) আৰু সিমান ( স্বীকাৰ ) তেখেতৰ যথাক্ৰমে পঞ্চমাঙ্কীয়া আৰু একাঙ্কীকা নাট। তদুপৰি 'গৌদান থুনলাই' (আধুনিক সাহিত্য), বিসম্বি ( স্মৃতিগ্ৰন্থ ), লাহথুন (আলোচনী) আদি বিভিন্ন স্মৃতিগ্ৰন্থ সমূহ তেখেতে সম্পাদনা কৰে। গল্প লিখনিতো শ্ৰীহাজোৱাৰীৰ দক্ষতা প্ৰতিপন্ন হয় সংকলনটিত সংযোজিত "জাতিৰ কলংক" নামৰ গল্পটিৰ জৰিয়তে। বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত শ্ৰীহাজোৱাৰীৰ গল্প প্ৰকাশ পাছে।

## ৺ঈশান মুছাহাৰী

বড়ো ভাষাৰ সৰ্ব্বপ্ৰথম চুটি গল্প 'আবাৰী'ৰ লিখক ৺ঈশান মুছাহাৰী কিন্তু ঘাইকৈ প্ৰখ্যাত বড়ো কবি হিচাবেহে সুপৰিচিত। বড়ো কাব্যজগতত তেখেতক জন্‌ কীটছ বুলিহে কোৱা হয়। সমালোচক সাহিত্যিক শ্ৰীযুত মনোৰঞ্জন লাহাৰীৰ মতে 'an out and out romantic poet' ৺ঈশান মুছাহাৰীৰ কবিতাৰ লগতে জীৱনে জন কীটছৰ লগতহে মিলে। অসমীয়া কবি গনেশ গগৈৰ দৰে

নিত্যান্ত কম সময়ৰ বাবে (১৯১৫-১৯৪০) মাত্ৰ পচিশ বছৰ কাল জীয়াই থাকি ৺মুছাহাৰীৰ তাহানি 'অলংবাৰ' (ধ্ৰুৱতৰা) যুগত কবিতাৰ ওপৰিও গল্প লিখি বড়ো ভাষা-সাহিত্যৰ ভেটি সুদৃঢ় কৰি থৈ গ'ল্। তেখেতৰ বেচিভাগ কবিতা শ্ৰীযুত প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম সম্পাদিত 'হাথৰ্খি হালা' (তাৰকা মণ্ডলী, ১৯৪২) নামৰ আলোচনীত মৰণোত্তৰ ভাবে প্ৰকাশ পায়। ইং ১৯১৫ চনত বৰ্ত্তমান কোকৰাঝাৰ জিলাৰ ভাওৰাগুৰী এলেকাভুক্ত থুৰীবাৰী (কমলসিং) গাঁৱত জন্ম গ্ৰহণ কৰা ঈশান মুছাহাৰীয়ে গাঁৱৰে প্ৰাথমিক বিদ্যালয়ৰ পৰা পাচ কৰি ধুবুৰী চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা সুখ্যাতিৰে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয় আৰু এলাহাবাদ কৃষি কলেজত নাম ভৰ্ত্তি কৰেগৈ। কিন্তু কৃষি কলেজৰ শিক্ষা সাং নৌকৰোঁতেই তেখেতে অকাল মৃত্যু বৰণ কৰিব লগীয়া হয়। জীয়াই থকা হেঁতেন তেখেতৰ পৰা সাহিত্যৰ ক্ষেত্ৰত আৰু যথেষ্ট অৱদান আশা কৰিব পৰা গ'লহেঁতেন।

## নীলকমল ব্ৰহ্ম

বড়ো চুটি গল্প ৰচনাৰ ক্ষেত্ৰত ফৰাচীৰ সোঁপাচা বুলি আখ্যা পোৱা অধ্যাপক নীলকমল ব্ৰহ্মই গল্পৰ লগতে অনুবাদ সাহিত্য, প্ৰৱন্ধ-পাতি আৰু ছদ্ম নামত (বিক্ৰম) সুখপাঠ্য কবিতা লিখি বড়ো সাহিত্যাকাশত এক উজ্জ্বল নক্ষত্ৰ হিচাবে পৰিগণিত হৈছে। কোকৰাঝাৰ চহৰৰ পৰা মাত্ৰ দুই কিলোমিটাৰ পূৱে অৱস্থিত সৰু আদাবাৰী গাঁৱত ইং ১৯৪৪ চনৰ ২৭ আগষ্টত শ্ৰীব্ৰহ্মৰ জন্ম হয়। ইং ১৯৬৮ চনত কোকৰাঝাৰ কলেজৰ পৰা সন্মান সহকাৰে বি, এ পাচ কৰি ১৯৭১ ইং চনত প্ৰাইভেটকৈ এম, এ পাছ কৰে। 'হাগ্ৰা গুদ্বুনি মৈ' (গভীৰ অৰণ্যৰ হৰিণ), শিলিংখাৰ (ধ্বংস), ছিৰিণায় মান্দাৰ (তলসৰা মদাৰ) আৰু সাখন্দ্ৰা (সোপাধৰা) আদি চাৰিখনকৈ গল্প পুথি প্ৰকাশ কৰাৰ উপৰিও 'সংগালী' আৰু গল্প পুথি 'চলোনি খুংখা' (গল্পৰ উহঁ) এই পুথি দুখন সম্পাদনা কৰি উলিয়ায়। তেখেত ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত 'আলায়ৰণ' নামৰ বড়ো ফিচাৰ ফিল্মৰো কাহিনী লিখক।[১]



[১] বাকী লিখকসকলৰ লিখিত জীৱনী নোপোৱাৰ হেতুকে 'লিখকৰ চমু পৰিচয়' শিতানত তেখেতসকলৰ পৰিচয় দিব পৰা নগ'ল; তাৰবাবে সংকলক দুঃখিত।

সংকলক

